প্ৰকাশক ঃ
ষ্টুডেন্টচ্ ষ্ট'ৰচ্,
কলেজ হোষ্টেল ৰোড
গুৱাহাটী-৭৮১০০১

পৰিবেশক ঃ
ভাৰতী বুক ষ্টল
জি. এফ. ৰোড
গোলাঘাট ৭৮৫৬২১

দ্বিতীয় সংস্কৰণ,
ফেব্ৰুৱাৰী, ১৯৯০

বেটুপাত ঃ
শ্ৰীপূৰ্ণেন্দু পত্ৰী
কলিকতা

মূল্য ঃ ৩০·০০ টকা

ছপা কৰোঁতা ঃ
পান্নালাল এণ্ড কোং
২৮ বি, অবিনাশ ঘোষ লেন
কলিকতা-৬

মোৰ স্বৰ্গীয় বন্ধু

নিত্যানন্দ ভূঞাৰ নামত

এই কিতাপখন

উছৰ্গা কৰিলো।

ভবেন্দ্ৰ নাথ শইকীয়া



# বৃন্দাবন

উপেনে চহৰৰ এমূৰৰ পৰা আৰম্ভ কৰি প্ৰতিটো চুবুৰিৰে মানুহ-বোৰৰ নাম এফালৰ পৰা ভাবি আনিলে। অফিছত একেলগে কাম কৰা মানুহবোৰৰ কথাও পাৰে মানে মনত পেলালে। ক'ৰবাত কেনেবাকৈ পাহৰাত কোনোবা বাদ পৰিলে বিয়াৰ পাছত কথা শুনিব লাগিব। কোনোবাই হয়তো বাটত লগ পালে ক'ব, "মনে-মনে বিয়া পাতিলে নহয়? বাৰু·········"

নাইবা দূৰৰ পৰা,—বিয়ালৈ মাতিবলৈ নহ'ল—এনেকুৱা মানুহ এজনক দেখি মিছা কথা ক'বলৈ সাজু হ'ব লাগিব; উপযাচি সুধিব লাগিব, "বিয়ালৈ নাহিল দেখোন!" মানুহজনে হয়তো অভিমানত ক'ব, "মাতিলে ৰণলৈকো যাবা, নেমাতিলে ভোজলৈকো নেযাবা।"

তেতিয়া উপেনে ক'ব, "কিয়, চিঠি পোৱা নাই জানো? এই ল'ৰাবিলাক বৰ ইৰেস্পন্সিবল বুইছে! অকল আপোনাকেই নহয় বহুতকে সিহঁতে দিলোঁ-দিলোঁ বুলি চিঠি দিয়া নাই। অথচ মই নিজ হাতে সকলোৰে নাম-ঠিকনা লিখি দিছোঁ।"

ইমানবোৰ জঞ্জালৰ সম্ভাৱনালৈ যোৱাতকৈ, এতিয়া সময় থাকোঁতেই স্থিৰ মগজেৰে নামবোৰ মনত পেলোৱা ভাল; অন্ততঃ যিমানদূৰ সম্ভৱ। সন্মুখৰ মেজখনত এজাপ ছপা কৰা নিমন্ত্ৰণী চিঠি, এজাপ লেফাফা; কিছুমানত ঠিকনা লিখা হৈছে; অলপ দূৰৰ বন্ধু-বান্ধৱৰ কাৰণে কিছুমানত বুক-প'ষ্ট বুলি লিখি ডাক টিকটো লগোৱা হৈছে। কলমডাল চিঠিবিলাকৰ ওপৰতে থৈ উপেনে ভাবিছে—কাক-কাক নিমন্ত্ৰণ কৰিবলৈ বাকী থাকিল। এনে সময়তে ভিতৰফালৰ

দুৱাৰৰ পৰ্দাখন আঁতৰাই দুৱাৰডলিত নিজৰা থিয় হ'লহি ; তাই মাতিলে, "মামা !"

উপেনে মাৰোৱাৰী চুবুৰীটোৰ কথা ভাবিছিল। "বাবুজী বাবুজী" বুলি মুখৰ চিনাকি তাৰ বহুতৰ লগতে আছে ; আনকি দোকানত সোমালেই ইলাচী-ডালচেনিৰ বাটিটো আগবঢ়াই দিয়া চিনাকিও বহুতৰ লগত আছে ; কিন্তু মুস্কিল হ'ল,—নামবিলাক সি সম্পূর্ণ কৈ নেজানে। এজনক যদি মুৰাৰীলাল বুলি জানে, উপাধিটো নেজানে ; এজনক আস্করণ বুলি জানে, কিন্তু তেওঁ কি লাল সেইটো নেজানে।

নিজৰাই আকৌ মাতিলে, এইবাৰ অলপ ডাঙৰকৈ,—"মামা !"

উপেনে শুনিলে, সুধিলে, "কি হ'ল অ' নিজৰা ?"

"ই—স্, এবাৰ মাতিলে নুশুনেই !" কথাষাৰ কৈ নিজৰা মেজখনৰ কাষলৈ আগবাঢ়ি আহিল। উপেনে ক'লে, "মই কিবা এটা ভাবি আছিলো অ'। কি হ'ল, কিয় মাতিছিলি ?"

মেজৰ ঠিকনা লিখা চিঠিকেইখনমান এনেয়ে লুটিয়াই-বগৰাই চাই নিজৰাই সুধিলে, "সেই হেৰিক চিঠি দিছে ?"

"কোন হেৰিক ?"

"সেই যে এদিন আবেলি আমাৰ ঘৰলৈ আহিছিল !" নিজৰাই মনত পেলাই দিবলৈ চেষ্টা কৰিলে।

উপেনে ক'লে, "আমাৰ ঘৰলৈ আবেলি-আবেলি কিমান মানুহ আহে ! জানো তই কাৰ কথা কৈছ !"

"নহয় নহয়, সেই যে লগত সৰু ছোৱালী এজনী আহিছিল ; চাহ খাওঁতে যে বগা কাপটোৰ নালডাল ভাঙিলে ; আপোনাৰ সমান ওখ যে,—ক'লা চচমা পিন্ধা মানুহটো যে—"

উপেনে অলপ সময় মনত পেলাবলৈ চেষ্টা কৰিলে ; তাৰ পাছত ডাঙৰকৈ ক'লে, "অ'—চন্দ্ৰ ৰাজখোৱা ! হয় যে নহয়, ভাল মনত পেলালি দে ; মই একেবাৰে পাহৰি গৈছিলোঁ।"

উপেনে লগে-লগে চকীত পোন হৈ বহি কলমডাল তুলি ললে ; লেফাফা এটা চপাই লৈ সি ঠিকনা লিখিবলৈ লাগিল।

"ইস্, চব পাহৰি যায়!" বুলি নিজৰাই মেজৰ কিনাৰটোত তাইৰ থুতৰিটো লগাই লৈ জাপি-জাপি থোৱা চিঠিবোৰৰ পৰা লেফাফা এটা তুলি ললে, এনেয়ে লিৰিকি-বিদাৰি চালে, তাৰ পাছত আকৌ থৈ দিলে। পিছবাৰত শুদা চিঠি এখন লৈ ভাঁজবোৰ খুলিলে, আৰু অংকশাস্ত্ৰত বিদগ্ধ পণ্ডিতে উজু ধাৰাপাতৰ পাত লুটিওৱাৰ নিচিনা অত্যন্ত উদাসীন দৃষ্টিৰে চিঠিখনৰ ছপা আখৰবোৰৰ ওপৰত চকু বুলালে। তাৰ পাছত সুধিলে, "ইয়াত আপোনাৰ নাম আছে নহয় মামা ?"

উপেনে লেফাফা এটাৰ ওপৰত চন্দ্ৰ গাজখোৱাৰ নামটো লিখি তলত ইংৰাজীৰ লোকেল শব্দটো লিখিছিল, সি তলমূৰকৈয়ে সুধিলে, "ক'ত অ' ?"

নিজৰাই চিঠিখন দাঙি দেখুৱালে, "ইয়াত।"

উপেনে মূৰ তুলি ক'লে, "উঁ।"

পাছ মুহূৰ্ততে নিজৰাই মেজৰ কিনাৰত কিলাকুটিৰ ভেজা দি, অলপ ওখ হ'বৰ চেষ্টা কৰি সুধিলে, "আৰু কাৰ নাম আছে মামা ?"

আগ্ৰহত তাইৰ চকু দুটা তিৰবিৰাই উঠিল।

উপেনে বুজিলে 'তোৰ নামো আছে' বুলি ক'লে নিজৰাই ভাল পাব ; সেই আশাতেই তাই কথাষাৰ সুধিছে ; কিন্তু সেইষাৰ কথা কোৱাৰ লগে-লগে কি কাণ্ড হ'ব সেইটোও উপেনে বুজে। লগে-লগে তাই দৌৰ মাৰি ওলাই যাব, চিঞৰি-চিঞৰি কথাষাৰ আইতাকক ক'ব, বৃন্দাবন বুঢ়াক ক'ব, বিয়া বুলি কেইদিনমানৰ আগৰে পৰা যি দুই-এক আত্মীয়-কুটুম ঘৰত গোট খাইছেহি, তেওঁলোকৰ এটাইকে ক'ব, তাৰ পাছত পদূলিলৈ ওলাই গৈ লগৰীয়া এমখা গোটাই লৈ সিহঁতক বুজাব, "বুইছা, মামাই বিয়াৰ চিঠিত মোৰ নামটোও লিখি দিছে।" এইখিনিলৈকে ঘটনাটো যেন-তেন। কিন্তু তাইৰ ফূৰ্তি সহ্য কৰিব

নোৱাৰি কোনোবা হিংসাকুৰীয়া ছোৱালীয়ে যদি ঘটনাটোৰ আঁতি-গুৰি লৈ তাইক কয়হি,—"আমাৰ ডাঙৰ বাইদেৱে কৈছে চিঠিখনত বোলে তোমাৰ নাম নাই,"—তেনেহ'লে কিছুসময়ৰ কাৰণে নিজৰাৰ মোমায়েক ডাঙৰ নে, হিংসাকুৰীয়া ছোৱালীজনীৰ বাইদেৱেক ডাঙৰ, তাকে লৈ এখন ডাঙৰ তর্ক হ'ব। শেষ পর্যন্ত যদি প্রমাণিত হয় যে মোমায়েকে নিজৰাক ফাঁকি দিছিল, তেনেহ'লে আইতাক, বৃন্দাবন বুঢ়াই ভৰিত ধৰিও তাইক ভাত খুৱাব নোৱাৰিব। কোনোবাই মৰম কৰিবলৈ হাত মেলিলে এচাৰ মাৰি হাত আঁতৰাই দিব; নেকান্দে, কিন্তু তাইৰ মুখখন দেখিলে এনেকুৱা লাগিব,—গোটেই আকাশখন এনেকৈ ওন্দোলাই আনিছে যেন কোন মুহূর্তত কি হয়, ঠিক নাই,—যেন এই ধৰছুৱাৰ উটুৱাই নিয়ে নিয়ে—!

বহুত লেঠা। এই ছোৱালীজনীক লৈ উপেনৰ যিমান লেঠা, মাহেকৰ মূৰত চৰকাৰী মালখানাৰ টকা-পইচাৰ হিচাপ পাই-পাইকৈ মিলোৱাতো সিমান লেঠা নাই। এই ছোৱালীজনীৰ লগত অকণমান অসাৱধান হোৱাত যিমান লেঠা, হেজাৰ-হেজাৰ চৰকাৰী টকা চন্দুকত ভৰাই থৈ, চাবিটো জেপত লৈ পিকনিক খাবলৈ গৈ কিছুমান অসাৱধান ঘণ্টা কটাই অহাতো সিমান লেঠা নাই।

গতিকেই উপেনে প্রথমতে মূৰটো ইফালে-সিফালে লৰালে, তাৰ পাছত ক'লে, "নাই অ,' আৰু কাৰো নাম নাই।" সি ভাবিছিল, কথাষাৰ শুনিয়েই নিজৰা হতাশ হৈ যাব; চকু দুটা ঘোপা কৰি তালৈ চাব। কিন্তু একো নহ'ল। সি ইমান সহজে তাইক বুজিব পৰা হ'লে কথাই নাছিল। তাই নিৰ্বিকাৰভাৱে চিঠিখন আকৌ জাপিলে, য'ৰ পৰা লৈছিল তাতে থলে আৰু ডাক টিকট লগোৱা চিঠি এখন তুলি লৈ কেৱল সুধিলে, "আইতাৰ নামটো কিয় নিদিলে?"

উপেনৰ হাঁহি উঠি গ'ল। নিজৰাৰ কথাষাৰৰ উত্তৰ নিদি সি লৰালৰিকৈ ক'লে, "থ থ, থানবান নকৰিবি, মই চিজিল লগাই জাপি থৈছোঁ, থ।"

"ক'তনো থানবান কৰিছোঁ, মই চাইছোঁহে।" নিজৰাই ক'লে।

"মই লিখা হ'লে তেতিয়া বাৰু চাবি, এতিয়া তই ভিতৰলৈ যাগৈ যা।"

"ইস্ নেলাগে, মই আপোনাৰ ওচৰতে থাকিম।"

"অ—, মই তোৰ লগত কথা পাতি থাকিলেই হ'বনে কি? কিমানবোৰ চিঠি লিখিবলৈ আছে দেখা নাই? উপেনে মেজখনৰ ওপৰৰ চিঠিবোৰ দেখুৱালে।

নিজৰাই ক'লে, "কালৈ চিঠি লিখিব লাগে মইহে মনত পেলাই দিছিলোঁ তেও!"

"মনত পৰিলে বাৰু আকৌ আহিবি, এতিয়া আইতাৰে কি কৰিছে চাগৈ যা :—আৰু আইতাৰৰ ওচৰতে বহি ভাবি থাকিবি, আৰু মনত পৰিলে মোক কৈ যাবিহি, যা।"

"ইস্ ৰাম,"—নিজৰা আচলতে মহা সমস্যাত পৰিছিল। তাই আচল কথাটো বিৰক্তিৰে প্ৰকাশ কৰিলে, "আইতাই মোক আপোনাৰ ওচৰত থাকিবলৈ পঠিয়াই দিছে।"

কথা সেইটো। উপেনে অনুমান কৰিবলৈ চেষ্টা কৰিলে কি সুখত মাকে তাইক তাৰ ওচৰলৈ পঠিয়াই দিছে। সি তাইক ওচৰলৈ মাতিলে, "চাওঁ শুনচোন।" নিজৰা সৰালৰিকৈ তাৰ ওচৰ চাপি গ'ল। বৰ ডাঙৰ অথচ অতি গোপনীয় পৰামৰ্শ এটা লোৱাৰ ভংগীৰে বেঙা মেলি তাই কাণখন উপেনৰ মুখৰ ওচৰ চপাই দিলে। উপেনে ক'লে, "তই আইতাৰ ওচৰলৈ যাবি বুইছ?"

"ওঁ". নিজৰাই কিবা এটা ৰহস্যৰ সন্ধান পালে. মূৰ তুপিয়ালে, আৰু পাছৰ কথাখিনি শুনিবলৈ কাণখন আৰু অলপ ওচৰ চপাই দিলে। বৃন্দাবন বুঢ়া শুই থাকিলে নাকত সূতা এডালেৰে সুৰসুৰাই দিয়া, আইতাকৰ চাদৰৰ আগত ৰছী এডাল বান্ধি ইটো মূৰ চকী এখনৰ লগত সাঙুৰি দিয়া,—এনে ধৰণৰ কথাৰ গোপন পৰামৰ্শ উপেনৰ লগত নিজৰাৰ প্ৰায়েই হয়।

উপেনে মনে-মনে ক'লে, "গৈ কবি, মামাই মোক আপোনাৰ ওচৰতে থাকিবলৈ কৈছে আৰু একো গণ্ডগোল নকৰোঁ বুলি ক'বলৈ কৈছে।" পাছ মুহূর্ত্ততে সি তাইক "যা যা, দৌৰ মাৰ" বুলি পিঠিখনত হাত এটা দি ঠেলি দিলে।

অলপ দূৰৰ পৰা নিজৰাই ওঁঠ দুখন জোঙা কৰি, কপালখন থূপ খুৱাই দীঘলীয়াকৈ 'ওঁ—হ্' বুলি শব্দ এটা কৰি মোমায়েকলৈ চালে, তাৰ পাছত পৰ্দাখন আঁতৰাই ওলাই গ'ল। যাওঁতে ওৰে বাটটোৱে তাই ভোৰভোৰাই গ'ল,—"আইতাই ক'ব মামাৰ ওচৰলৈ যা,—মামাই ক'ব আইতাৰ ওচৰলৈ যা,—ইমান যে দিকদাৰ!"

নিজৰাই ভোৰভোৰালে গোটেই ঘৰে শুনে। কথা ক'লে কেইবা ঘৰলৈকে শুনি। আইতাক সুবর্ণলতাই সুধিলে, "কি দিগদাৰ হ'ল অ' নিজৰা?"

এনেকুৱা সময়ত প্রশ্নৰ উত্তৰ ততালিকে দি দিয়াটো খং মাৰ যোৱাৰ চিন। নিজৰাই মাজে-মাজে সেইটো ভাল নেপায়। তাই আইতাকৰ ওচৰতে তভক মাৰি বৈ থাকিল।

সুবর্ণলতাই নিজৰ পুৰণিকলীয়া বাকচটো মেলি লৈ ইটো-সিটো বস্তুৰ মাজৰ পৰা শৰাই-ঢাকনি কেইখনমান উলিয়াইছিল। এই বাকচটো বহুত দিন খোলাই হোৱা নাই। বহুত দিনৰ আগতে থোৱা বস্তুবোৰ তেনেকৈ খেলিমেলি হৈয়েই পৰি আছে; কফুৰৰ গোন্ধটোৱেও বস্তুবোৰ খামোচ মাৰি ধৰি আছে। সুবর্ণলতাই বহুত দিন বাকচটো খুলি বস্তু-বাহানিবোৰ ভালকৈ চিজিল লগাই জাপি থোৱাৰ কথা ভাবিছে, কিন্তু এলাহেই লাগে নে কিয়েই, সেই ভবাতে আছে, থোৱা হোৱা নাই। পুতেকৰ বিয়াৰ কাৰণে সৰু-সুৰা বস্তুবোৰৰ কথা ভাবোঁতে আজি হঠাতে শৰাই-ঢাকনি কেইখনৰ কথা তেওঁৰ মনত পৰিল। আটা-ময়দা, টিনপাত, মটৰ গাড়ী, বেণ্ডপাৰ্টি-ঢুলীয়া,— এইবোৰ ডাঙৰ-ডাঙৰ বস্তুৰ লগত সুবর্ণলতাৰ কোনো কাৰবাৰ নাই। এই কিছুমান টুকটাক বস্তু, যিবিলাকলৈ সময় থাকোঁতে কোনেও

মনেই নকৰে, কিন্তু সময়ৰ মূৰত নাই বুলিলেই নাই, হুৰামূৰা লাগে, —তই ছাইকেলখন লৈ এইফালে যা, তই অমুকৰ ঘৰলৈ যা, তই তমুকৰ তালৈ যা,—সেই তেনেকুৱা বস্তু—যেনে ধানৰ থোক, শৰাই-ঢাকনি, অকণমান কটাৰী এখন, হাতত লৈ ফুৰিব পৰা ফণি এখন, শলিতা বটিবলৈ কেঁচা সূতা এমুঠি,—এইবোৰক লৈ তেওঁৰ চিন্তা। উপেনে হয়তো গোটেই দিনটো টলৌ-টলৌকৈ ঘূৰি-ঘূৰি পি. ডব্লিউ ডি. অফিছত চাৰিখন ত্ৰিপাল আৰু নাট্যমন্দিৰত পঞ্চাছখন চকী বিয়াৰ পাছ দিনাই ওভোতাই দিয়াৰ প্ৰতিশ্ৰুতিত যোগাৰ কৰি আহিছে, ঘৰ সোমোৱাৰ লগে-লগে সুবৰ্ণলতাই সুধিব, "চন্দ্ৰ গোঁসাইৰ ঘৰত ভুণৰিটোৰ খবৰ কৰিছিলিনে?"

নাই কৰা। খং তালুত উঠেগৈ; —উপেনৰো মাকৰো। উপেনৰ ভাব,—ইমানবিলাক বস্তুৰ চিন্তাত মোৰ মূৰ ঘূৰাব লাগিছে,—তাৰ ওপৰত আকৌ ক'ৰ ভুণৰি ক'ৰ কি! মাকৰ ভাব,—ঘূৰি ফুৰাহে দেখিছোঁ, কামৰ একোটো হোৱা নাই। আজিলৈকে ভুণৰিটোৱেই ঘৰ নোসোমালহি!

গতিকেই শৰাই-ঢাকনিকেইখন উলিয়াবলৈ সুবৰ্ণলতাই বাকচটো খুলি ললে। লগতে সৰু-সুৰা বস্তু আৰু দুটা-এটা ওলাব পাৰে। কিন্তু বাকচৰ ঢাকনিখন খোলাৰ লগে-লগে তেওঁৰ বুকুখন যেন মোচোকা খাই উঠিল। জীয়েক মনোৰমাৰ বিয়াৰ পাছত বাকচটো যেনেকৈ এৰিছিল, সেই চিনেই আছে। ইটো-সিটো বস্তু আঁতৰাই শৰাই-ঢাকনিকেইখন উলিয়াওঁতে তেওঁৰ বুকুত গোট খাই থকা বহুত কথাৰ জাপ আঁতৰাই যেন তলিৰ পৰা আগৰ বিয়াখনৰ কথাবোৰ ওলাই আহিল। এনে সময়তে নিজৰাই ভোৰভোৰনি তুলিলে,—ইমান যে দিকদাৰ।

তাই উত্তৰ নিদিয়া দেখি সুবৰ্ণলতাই এবাৰ তাইৰ মুখলৈ চালে; কিন্তু মুখৰ চেহেৰা দেখি একো সুধিবলৈ সাহ নকৰিলে। কি ঠিক, সুধিলে ডাবিও খাব পাৰে।

এখন-এখনকৈ কেইবা ৰঙৰ কেইবাখনো শৰাই-ঢাকনি উলিওৱাৰ পাছত যেতিয়া কিনাৰত ওলমি থকা সৰু-সৰু মণিবোৰে তিৰবিৰাবলৈ ধৰিলে, তেতিয়া নিজৰাই ওচৰ চাপি কাপোৰকেইখন লিৰিকি-বিদাৰি চাবলৈ ধৰিলে। তাৰ পাছত তাই হঠাতে মূৰ তুলি উচ্ছ্বসিত মাতেৰে ক'লে, "বুইছে আইতা, মামাই বিয়ালৈ কাক মাতিব লাগে পাহৰি গৈছিল, মই মনত পেলাই দিলো।"

"ভাল কৰিলি আই,—" সুবৰ্ণলতাই ক'লে, "ঘৰখনত তোৰহে মগজটো ভাসে আছে ; বাকী এটাইখন বলিয়া হ'ল।

কিনাৰত মণি লগোৱা শৰাই-ঢাকনি এখনেৰে মুৰটো ঢাকি নিজৰা বাৰাণ্ডালৈ ওলাই গ'ল। ডুবাৰমান ইফালে-সিফালে অহা-যোৱা কৰি হঠাতে তাই ঠিক কৰিলে—এনেকৈ থাকিলে নহ'ব, কাম কৰিব লাগে।

বিয়াখন ওচৰ চাপি আহিছে মানে কাম-বন বাঢ়ি গৈছে। সেই হিচাপে ঘৰত মানুহো গোট খাইছে। উপেনৰ বিধবা খুৰীয়েক কুৰিদিনমানৰ আগতে আহিল। পেহীয়েকৰ জীয়েক সুৰমাই ককায়েকৰ বিয়াৰ চেলুটোকে লৈ শহুৰেকৰ ঘৰৰ পৰা প্ৰথম মাক-বাপেকৰ ঘৰলৈ আহিছে, আৰু আহি এটাইখিনি সময় উপেনহঁতৰ ঘৰতে কটাইছে। ৰভা-চালি, মানুহক খুউৱা-বুউৱাৰ দায়িত্ব মোমায়েক মহীধৰে কেতিয়াবাই নিজৰ অভিজ্ঞ কান্ধত তুলি লৈছে। ফলস্বৰূপে অকলশৰীয়া উপেনে অলপ সকাহ পাইছে। সুবৰ্ণলতাই গোটেই পাগঘৰটো সুৰমাক গতাই দি অকণমান উশাহ লৈছে। অন্ততঃ যি কেইদিন তাই আছে।

উশাহ পোৱা নাই নিজৰাই। যোনে যিমান কামেই নকৰক, তাই হাত নিদিলে একো চিজিলেই নেলাগে। সুৰমাই ভাত ঠিকেই ৰান্ধিব, তৰকাৰী ভাজি সকলো খাবলৈ ভালেই হ'ব, কিন্তু আইতাকে যে বেঙেনা-ভাজি নেখায়, মোমায়েকক যে কিনাৰত ফুলকটা কাঁহীখনত ভাত দিব লাগে, সেইখিনি কথা নিজৰাই শিকাই নিদিলে নহয়।

ওচৰৰ মানুহ কেইঘৰত তামোল-পাণেৰে মাতি আহোঁ বুলি সুবৰ্ণলতা নিজে ওলাব, তামোল-পাণৰ খৰাহীটো বৃন্দাবনে লগে-লগে লৈ যাব, কিন্তু বটাটো ? আৰু‌নো কোনে নিব,—মাত নিজৰাক।

"মই লগত নগ'লে আইতা যে ক'লৈকো যাবই নোৱাৰে"—বুলি নিজৰাই যেতিয়া ভিতৰৰ পৰা চিঞৰটো মাৰে, তাৰ আগতেই অৱশ্যে তাইৰ ফ্ৰকটো সলোৱা হৈ যায়, কেৱল ফণিখন লৈ সুৰমাৰ ওচৰলৈ যাবলৈ বাকী।

মূঠৰ ওপৰত নিজৰাই চকু নিদিলে এইখন ঘৰ ঘৰ হৈ থাকে নে নেথাকে সন্দেহ। মূৰৰ পৰা শৰাই-ঢাকনিখন আঁতৰাই তাই ওচৰৰ চকীখনতে থলে আৰু বাৰাণ্ডাৰ পৰা নামি গ'ল।

বৃন্দাবন বুঢ়াই পিছফালে, যিখিনিত দৰাক গা ধুৱাবলৈ বেই সজা হ'ব সেই ঠাইডোখৰ ঠিক কৰিছিল। বেছি ভাগ কাম দিনহাজিৰা দি লগোৱা মানুহে কৰি থৈ গৈছে, অ'ত-ত'ত ওখ চাপৰ হৈ থকা মাটিবোৰ কোৰখনেৰে চুকুকি সমান কৰিবলগীয়া হৈ আছে, বৃন্দাবনে তাকে কৰিছিল। নিজৰা সেইখিনিত থিয় হ'লগৈ। অকণমান সময় বৃন্দাবনে কোৰ চলোৱা চাই থাকি তাই ক'লে, "হেৰা ককাই, মোৰ তুলসী-পুলিটো নেকাটিবা হ'লে, কৈ দিছোঁ।"

পিছফালে অকলে-অকলে কাম কৰি-কৰি বৃন্দাবনৰ অলপ আমনি লাগিছিল। মাজতে কেৱল সুৰমাই এবাৰ পাচলিৰ বাকলি পেলাবলৈ আহি সুধিছিল, "চাহ অকণমান খাবা নে কি ককাই ?" তাৰ বাহিৰে বহুত সময় সি কাৰো মাত এষাৰ শুনা নাই। এতিয়া নিজৰাৰ মাত শুনি সি এনেকৈ মূৰ তুলি চালে যেন তাইৰ কাৰণেই সি মনে-মনে বাট চাই আছিল। মুখৰ খজুৱতি মাৰিবলৈ নিজৰাতকৈ উপযুক্ত মানুহ বৃন্দাবনৰ কাৰণে আৰু কোনো নাই।

অকণমান সময় তভক মাৰি চাই থাকি সি ক'লে, "কিয় নেকাটিম ? কোৰৰ আগত যি পৰে এফালৰ পৰা চব ঘৈয়াই নিম। ইস, বৰ একেবাৰে মহাৰাণীগৰাকী আহিছে হুকুম দিবলৈ ! এত-তিয়াই চব

কাটি পেলাম।" শেষৰ কথাষাৰ সি এনেকুৱা স্বৰত ক'লে যেন গোটেই পৃথিৱীখন সমান কৰাৰ উদ্দেশ্যেৰে আজি সি কোৰ হাতত লৈছে; নিজৰা কিয়, তেত্রিছ কোটি দেৱতায়ো তাক ধৰি ৰাখিব নোৱাৰে। সন্মুখৰ মাটিত সি ইমান খৰখৰকৈ কোৰ চলাবলৈ ধৰিলে যেন অনতি-পলমে তুলসী পুলিটোৰ ওচৰত উপস্থিত হোৱাটোৱেই তাৰ সন্মুহতে একমাত্র কামনা।

"ইস, মোৰহে পুলি তেওঁ!" নিজৰা টিকিচকৈ উঠিল।

"ই—স, এওঁৰহে পুলি!"—বৃন্দাবনৰ নাক কোঁচ খাই, তলৰ ওঁঠখন লুটি খাই, শোটোৰা-শোটোৰ মুখখন—গৰুৱে আক্রমণ কৰা, অথচ একামোৰতকৈ বেছি খাব নোৱৰা পকা কঠালৰ নিচিনা বিকৃত হৈ পৰিল। সেই বিকৃত মুখেৰেই সি ক'লে, "এওঁ মাটিৰ তলৰ পৰা তুলসী পুঁলিটো লৈ আহিছে!"

কোনো কম নহয়। আঁঠুলৈকে পৰা ফ্রক পিন্ধা নিজৰা যি, আঁঠুৰ মূৰলৈকে চুৰিয়া পিন্ধা বৃন্দাবনো সেই। কিন্তু এইবাৰ নিজৰা অলপ মস্কিলত পৰিল। তুলসী গছজোপা যে মাটিৰ তলৰ পৰা ওলাইছে, সেইটো তাই নিজেই দেখিছে; আৰু তাই যে মাটিৰ তললৈ গৈ গছ জোপা লৈ অহা নাই সেইটোও তাই ভালকৈ জানে; গতিকে কি ক'ব ভাবি, বৃন্দাবন বুঢ়াৰ মুখলৈ চাই তাই থতমত খালে। লাহে-লাহে তাইৰ আত্মসন্মানত আঘাত লাগিল, তাৰ পাছত খং উঠি গ'ল। তাই ক'লে, "কেনে পাত কৰে এইডালে! বৰ একেবাৰে কাম কৰি দেখুৱাইছে!"

"দেখুৱামতো," বৃন্দাবনে মুখতে ধৰিলে, "কাম কৰিছোঁ যেতিয়া দেখুৱামেই। তোমাৰ নিচিনা নে কি?"

"ইস, মই কাম কৰা নাই?"

"কিটো কাম কৰিছাহে, কিটো কাম কৰিছা?" বুঢ়াই পাৰিলে চোঁচা মাৰি খেদি আহেই!

নিজৰাই বৃন্দাবনক জব্দ কৰিবৰ মনেৰে ভিতিটো আগবঢ়াই,

মুখখন জোকাৰি ক'লে, "কালি যে—তোমালোকে—সেই তাত—আগফালে—গাত খানিছিলা, তেতিয়া মই কাম কৰা নাই?"

কৰিছিল। মহীধৰ আৰু বৃন্দাবনে আগফালে ৰভাখনৰ খুটা পোতাৰ ব্যৱস্থা কৰিছিল ; খুটাবোৰ একে শাৰীতে পেলাবলৈ বুলি ৰছী এডাল টানি লৈ চিন দি লোৱাৰ দৰকাৰ হৈছিল ; নিজৰা ওচৰতে আছিল আৰু তাইক মহীধৰে অকণমান সময় ৰছীডালৰ মূৰটো ধৰি থাকিবলৈ দিছিল। গতিকেই নিজৰাই কাম কৰিছিল। কিন্তু এতিয়া তাই কথাষাৰ কৈ শেষ কৰাৰ লগে-লগে "বৰ কামটো কৰিছিলা"—এনেকুৱা তাচ্ছিল্যৰ সুৰত বৃন্দাবনে দীঘলীয়াকৈ "উ"—বুলি চিঞৰি উঠিল।

নিজৰা তৎক্ষণাত ঘূৰি গোঁ-গোঁৱাই গুচি আহিল। বৃন্দাবন সদায় বদমাচ ; কিন্তু আজি সি ইমান বদমাচ হৈছে যে নিজৰা তাৰ ওচৰত থকাই উচিত নহয়! বাটে-বাটে তাই কৈ আহিল, "ৰ'বাচোন, মামী আহিলে কৈ দিম নহয়।"

তাই যোৱাৰ ফালে অকণমান সময় চাই থাকি বৃন্দাবন বুঢ়াই মুখখন মেলি হো-হোকৈ অকলে-অকলে হাঁহিলে। অদ্ভুত তৃপ্তিৰ হাঁহি। তৃপ্তি অকল তাৰ হাঁহিতেই নহয়, কপালৰ পৰা বৈ অহা ঘামৰ টোপালবিলাকতো যেন মিহলি হৈ ওলাই আহিল। এনেকুৱা এখন কাজিয়া কৰাৰ পাছত তাৰ এনেকুৱা এটা বল পোৱা যেন লাগে যে নোখোৱা-নোবোৱাকৈও সি যেন গোটেই দিনটো কোৰ মাৰি থাকিব পাৰিব।

নিজৰাই গা-ধোৱা ঘৰত সোমাই লৰালৰিকৈ ভৰিত পানী অলপ ঢালিলে। পিছফালৰ পৰা আহি ভিতৰ সোমোৱাৰ আগতে ভৰি ধুই সোমাব লাগে। তিতা ভৰিৰেই তাই থপথপকৈ দৌৰ মাৰি পাগঘৰলৈ গ'ল। চকৰ ওপৰত পাচলিয়ে চেনচেন কৰি আছে। সুৰমাই তাই অহা গম পোৱা নাছিল ; উভতি চালে মাত শুনি,—"মই পাচলি কুটি দিম পেহীদেউ ?"

"—ই, এতিয়া আহিছা! মোৰ পাচলি কুটা হ'ল নহয়।" সুৰমাই হাঁহি-হাঁহি ক'লে।

"ভাজি নকৰে?" একেবাৰে আশা এৰি নিদি নিজৰাই সুধিলে।

"ভাজি তৰকাৰী দাইল এটাইবোৰ হ'ল। তুমি বাৰু গধূলিকৈ কুটি দিবা; মই মাতি আনিম বাৰু তোমাক।"

"আজি ভাত-তৰকাৰী খুব সোনকালে হ'ল নহয়?"—বুলি সেমেকা মাতেৰে সুধি নিজৰা আঁতৰি আহিল।

আজি তাই ক'তো হাত দিবলগীয়া হোৱা নাই যদিও ঘৰখনৰ কাম-বন ঠিকেই চলিছে,—অৱশ্যে বৃন্দাবনৰ কথা বাদ দি। কেৱল চোতালত মাটিৰ গিলাছবোৰ এনেকৈ পৰি থকাটো ঠিক হোৱা নাই। বহুত গিলাছ। ইমানবোৰ গিলাছ কিয় বুলি সোধাৰ উত্তৰত মামাই কৈছিল—বিয়ালৈ বহুত মানুহ আহিব, সেই কাৰণে গিলাছো বহুত। ৰিক্সাৰ পৰা নমাই পিছফালৰ চোতাললৈ আনোতে কেইটামান ভাগিলেই। বাকীখিনি এদ'ম হৈ পৰি আছে। মামাই কৈছে, একেবাৰে ধুই-পখালি গিলাছবোৰ জাপি থব লাগিব। নিজৰাই ভাবিলে, ধোৱাৰ আগতে এনেকৈ দ'ম হৈ পৰি থকাতকৈ চোতালত শাৰী-শাৰী হৈ থকানো কি বেয়া? ইটোৰ গাত সিটো লগাই তাই গিলাছবোৰ শাৰী-শাৰী কৰাত লাগিল। মাজতে সুৰমাই এবাৰ তাইক মানা কৰিলে। তাই ক'লে, "ৰ'বচোন, কিমান ধুনীয়া হৈছে।"

সুবৰ্ণলতাই বহুদিন জাপত সোমাই থকা শৰাই-ঢাকনি কেইখন ৰ'দত দিবলৈ বুলি আহি দেখে, চোতালত গিলাছে মৌ-বাহ সাজিছে। তেওঁ সুৰমাক লাহেকৈ সুধিলে, "তাইক আকৌ সেইটো কামত লগালে কোনে?"

"তাই নিজেই লাগিছেগৈ, মই মানা কৰিলো, নুশুনে, কি কৰিম?"

দূৰৰপৰাই সুবৰ্ণলতাই মাতিলে, "চাওঁ নিজৰা, এইফালে আহচোন।"

নিজৰাই মৰেই মুতুলিলে।

"শুনিছ ?"

"অকমান পাছত যাম ৰব ।"

"ৰব নেলাগে আহ, বেগেই আহ ।"

"ইস্ ৰাম, কাম এটা কৰিবলৈ নিদিয়ে ! খালী চিঞৰি থাকিব, চিঞৰি থাকিব !"—বুলি মহা অস্বস্তিৰে নিজৰা উঠি আহিল । অকল আজিয়েই নহয়, তাই জৰুৰী কাম একোটা কৰিলে আইতাকে যে মাতিবই, সেইটো ধৰাবন্ধা কথা ।

"চোলাত সেইবোৰ কি লগালি ?" সুবৰ্ণলতাই তাইৰ ফ্ৰকটোৰ পিছফাললৈ দেখুৱালে । চোতালত বহি-বহি গিলাছ সজাওঁতে ধূলি এসোপা লাগিল, বাওঁ হাতেৰে জোকাৰি নিজৰাই ধূলিবোৰ উৰুৱাই দিলে ।

"কাপোৰ কিয় লেতেৰা কৰ ?" সুবৰ্ণলতাই আৰু কিবা ক'ব খুজিছিল, নিজৰাই ক'লে, "কাম কৰিলে কাপোৰ লেতেৰা নহয় নে কি !"

"তই যে সেইবোৰ কামত লাগিছগৈ, দৰা-কইনাক গা ধুৱালি ?" সুবৰ্ণলতাই সুধিলে ।

সৰ্বনাশ । নিজৰাই জিভা উলিয়াই পেলালে । আচল কাম-টোকে তাই পাহৰি গৈছিল । "ইস ৰাম" বুলি যিটো বিৰক্তি প্ৰকাশ কৰি তাই দৰা-কইনাৰ ওচৰলৈ লৰ মাৰিলে, তাৰ পৰা বুজা গ'ল কামৰ জুমুৰিত তাই একো চম্ভালিব পৰা নাই ; চাৰিওফালে সমানে চকু দিবলৈ যাওঁতে যদি ক'ৰবাত কিবা কাম থাকি গৈছে, সেইটো তাইৰ দোষ হ'বই নোৱাৰে । এজনী মানুহে কিমান কৰিব '

ডাঠ-কাগজৰ বাকচ এটাত এটা-দুটা নহয়, প্ৰায় পোন্ধৰটামান দৰা আৰু সোতৰ-ওঠৰজনীমান কইনাই, যাৰ যেনে ইচ্ছা তেনেকৈ শুই আছে । কোনোবা দৰাৰ ভৰি কোনোবা কইনাৰ নাকৰ ওপৰত উঠি আছে যদিও কাৰো আপত্তি নাই । কেৱল যি হালৰ কালি বিয়া হৈ গৈছে, সিহঁতে বাকচটোৰ কিনাৰত পিঠি দি থিয় হৈ আছে ; সিহঁতৰ

একমাত্র ভাগ্যনিয়ন্তা নিজৰাই যেনেকৈ থাকিবলৈ কৈ গৈছে, তেনেকৈয়ে আছে, হাত এখনো কোনেও কাৰো ফালে আগবঢ়োৱা নাই।

ইমান জাক দৰা-কইনাৰ ভিতৰত কোন দিনা কাৰ বিয়া হ'ব, সেইটো নিজৰাই ঠিক কৰে। মাজে-মাজে কেৱল তাই আইতাকৰ পৰামৰ্শ লয়। কালি যিটোৰ বিয়া হৈ গৈছে, কেইদিনমানলৈ সি বহি-বহি লোকৰ বিয়া চাব লাগে; কেতিয়াবা বিয়া বুলি কিবা-কিবি অৱশ্যে খাবলৈও পায়। দহ-পোন্ধৰদিন মান হৈ নেযায়মানে তাৰ আকৌ বিয়া নহয়। কেতিয়াবা নিজৰাই চিন ৰখাত ভুল কৰিলে অৱশ্যে চাৰি-পাঁচ দিনৰ ভিতৰতে তাৰ আৰু এবাৰ বিয়া হৈ যাব পাৰে; কিন্তু মাজ ভাগতে ধৰা পৰিলে বিয়া বন্ধ হৈ যাব। বহুত বদমাচ দৰাৰ বিয়া হওঁ-হওঁ অৱস্থাতো ভাগি গৈছে। নিজৰাই হয়তো দৰাটোক বাকচৰ কিনাৰত পিঠি দি থিয় হৈ থাকিবলৈ কৈছে, কিন্তু সি নেথাকে, বাৰে-বাৰে তাক খালী শুবলৈ লাগে। "কথা ক'লে নুশুনে!" বুলি নিজৰাই তালৈ অলপ পৰ চাই থাকি যদি থেকেচা মাৰি শুৱাই থলে, তেনেহ'লে আৰু তাৰ নহ'ল। কিমান সাধনাৰ ফলত কপালত পৰা প্ৰজাপতিয়ে ভুকুংকৈ উৰা মাৰিলে; সেই প্ৰজাপতি আকৌ কেতিয়া পৰেহি ঠিক নাই।

ইমান জাক দৰা-কইনাৰ জঞ্জালটো নিজৰাক চপাই দিছে সুবৰ্ণলতাই। নিজৰাই যেতিয়া মেজৰ ওচৰত বহি লৈ মোমায়েকে আধা লিখাকৈ এৰা লেখাখিনি শেষ কৰিবলৈ ওলায়, সুবৰ্ণলতাৰ তাঁতশালত বহি মাকো চলাব খোজে, নাইবা গৰম দিনত বাহিৰত শুবলৈ বুলি বৃন্দাবনে সজা তক্তাপোচখনত গজাল মাৰিবলৈ ওলায়, তেতিয়া শুবৰ্ণলতাই মাতে, "চাহিচোন চাহি—এইটো কি।"

নিজৰা ওচৰ চাপি আহিলে সুবৰ্ণলতাই ফটা চাদৰৰ কাপোৰেৰে পুতলা এটা সাজি দেখুৱায়। পুতলাটোৱে কিছু সময় নিজৰাক ধৰি ৰাখিব পাৰে। তাৰ পাছত এদিন উপেন মোমা এটা লৈ ওলাল, আৰু চিনাকি দৰ্জিৰ দোকানে-দোকানে ঘূৰি-ঘূৰি ৰং-বিৰঙৰ টুকুৰা

কাপোৰ এমোনা লৈ উভতি আহিল। দুপৰীয়া বহি-বহি প্ৰথম কিছুদিন সুবৰ্ণলতায়েই দৰা-কইনা সাজি দিলে, পাছলৈ নিজৰাই নিজে সাজিব পৰা হ'ল। কিন্তু তাই বৰ মস্কিলত পৰে কাপোৰ পিন্ধাবৰ সময়ত। তাইৰ পছনৰ হালধীয়া ছিৰ্কৰ কাপোৰ আছে মাত্ৰ এটুকুৰা। সেই টুকুৰা কোনজনী কইনাক চাদৰ কৰি দিব, এই বিষয়ে আইতাকৰ লগত তাইৰ বহুত কথা কটাকটি হৈছে। শেষত অৱশ্যে ঠিক হৈছেগৈ, যিদিনা যিজনীৰ বিয়া, সেইদিনা সেইজনীয়ে সেইখন চাদৰ পিন্ধিব, বিয়া হৈ গ'লেই খুলি দিব লাগিব। তেনেকুৱা আৰু কেইখন মান চাদৰৰ কথা তাই মোমায়েকক কৈ আছে, কিন্তু উপেনে হেনো দোকানত সদায় খবৰ কৰি জানিব পাৰিছে—তেনেকুৱা কাপোৰৰ পাৰ্ছেলটো মাৰোৱাৰীৰ গুদাম আহি পোৱাহি নাই; দুই-এদিনতে পাবহি পাৰে, ঠিক নাই।

কিন্তু এইটো কথা ঠিক যে দৰা-কইনাৰ লগত নিজৰাৰ মন বহিছে। সেই কাৰণে তাই বৰ বেছি কাম কৰা যেন দেখিলে সুবৰ্ণলতাই দৰা-কইনাক গা ধুউৱাৰ কথা কয়।

কপালত এটোপাল পানী দি নিজৰাই দৰা-কইনাক গা ধুৱায়। তাৰ পাছত কাপোৰ পিন্ধাই দিয়ে। মাজতে হয়তো কেতিয়াবা হঠাতে পাগঘৰৰ ফালে আগবাঢ়ি যোৱা মেকুৰীজনীক ডাবি দি উঠে, "অ'ই চুৰুণী, ক'লৈ গৈছ? ৰ'বি গৈছোঁ।" মেকুৰী হয়তো আনফালে গুচি যায়, কিন্তু ইফালে হয়তো আউজাই থোৱা দৰাটো কাতি হৈ যায়। নিজৰাই লৰালৰিকৈ কয়, "আয়ৈ দেহি খং উঠিছে? তোমালৈ থোৱা গাখীৰখিনি খাবলৈ মেকুৰীজনী আহিছিল নহয়, মই তাইকহে কৈছোঁ, তোমাক কোৱা নাই নহয়।"

পিন্ধোৱা-উৰোৱা হৈ যোৱাৰ পাছত যেতিয়া শুভলগ্ন উপস্থিত, তেতিয়া আইতাকৰ পাল। সুবৰ্ণলতাই বিয়ানাম গাব লাগে।

সুবৰ্ণলতাই একালত বিয়ানাম গাইছিল; এতিয়া এটাইবোৰ খেলিমেলি হৈ গ'ল। বহুত পৰৰ মূৰতহে নতুন এফাঁকি মনত পৰে।

কিন্তু যেতিয়া যি নাম গাব লাগে, সেই নাম মনত নপৰে। কইনা হোমৰ থলীত বহিবৰ সময়ত হয়তো পানী তুলিবলৈ যোৱাৰ নাম এফাঁকি গাই দিয়ে। দুশাৰীমান নামকে ঘূৰাই-ঘূৰাই গোৱাৰ পাছত প্ৰায়েই সুবৰ্ণলতাৰ মুখৰ মাত লাহে-লাহে মুগুনা হৈ আহে, বহুত দূৰৰ কিবা এটাত চকুৰ দৃষ্টি বান্ধ খাই যায়, চকুৰ টিপ মাৰিবলৈও তেওঁৰ যেন সংজ্ঞা নেথাকে, মুখৰ গুণগুণনি যেন বিয়ানামৰ জনক বজাৰ জীয়ৰীজনীৰ লগতে পাতাললৈ সোমাই যায়।

নিজৰাই চিঞৰি উঠে, "কি হ'ল আইতা? গাওক আৰু। মনে-মনে আছে কিয়?"

কিয়? কিয় সুবৰ্ণলতা মাজে-মাজে নিমাত হৈ যায়, সেইকথাটো তেওঁ এই ছোৱালীজনীক কেনেকৈ বুজাব? কেতিয়াবা বুকুখন কিবা এটাই এনেকৈ হেঁচা মাৰি ধৰা যেন লাগে যে তেওঁ নিজৰাক ওচৰত বহুৱাই লৈ যেন এটাইবোৰ কথা এফালৰ পৰা কৈ পেলাব, নিজৰাই বুজক নুবুজক, কৈ শেষ হোৱাৰ পাছত তেওঁ তাইক বুকুত সাবটি লৈ পাৰেমানে কান্দিব, হেঁপাহ পলুৱাই এবাৰ কান্দিব পাৰিলে কিজানি বুকুৰ ওপৰৰ হেঁচাটো পাতল-পাতল লাগিব।

এইখন ঘৰতে, এইখন চোতালতে, মনোৰমাৰ বিয়াত, এইখন চহৰৰ আটাইতকৈ পাকৈত বিয়ানাম গাব পৰা ছোৱালীহঁতে বিয়ানামৰ এনেকুৱা জাউৰি তুলিছিল যে শেষ ৰাতি ৰভাতলিৰ বুঢ়ীহঁতে কৈছিল, "আও, এই কেইজনীৰ মুখ বিষোৱা নাইনে?" দৰাৰ লগত অহা নামতীহঁতে মুখ বন্ধ কৰি কেৱল মুগ্ধ আৰু অভিভূত দৃষ্টিৰে ছোৱালীহঁতলৈ চাই আছিল। উপস্থিত সুৰশিল্পী এজনে ছোৱালী কেইজনীৰ লগত বহুতপৰ কথা-বতৰা পাতি সৰু ন'টবুক এখনত কিবাকিবি লিখি লৈছিল। দৰা হোমৰ গুৰিত বহাৰ লগে-লগে তেওঁৰ চুলি, কপালৰ পৰা আৰম্ভ কৰি মুখ ঢাকি ৰখা ৰুমালখনলৈকে বৰ্ণাই সিহঁতে এনেকুৱা যোৰানামৰ সৃষ্টি কৰিছিল যে মিলিটেৰিত কাম কৰা প্ৰসন্নও লাজত ঘামি গৈছিল।

সেয়েই শেষ ; তাৰ পাছত আৰু সুবৰ্ণলতাই বিয়ানাম শুনা নাই, শুনাৰ ইচ্ছাও কৰা নাই। তথাপি কেতিয়াবা হঠাতে, শেষ ৰাতি বহুত দূৰত মতা কেতেকীৰ মাতৰ দৰে তীব্ৰ, মৰ্মস্পৰ্শী আৰু কৰুণ অনুভূতি লৈ পাঁচবছৰৰ আগৰ সেই বিয়ানামৰ জাউৰি তেওঁৰ কাণত সোমায়হি।

যোৰানামত ছোৱালীহঁতে গাইছিল, মনোৰমাৰ ওচৰত বহি থকা প্ৰসন্নক হেনো ধুনীয়া সেন্দূৰৰ টেমা এটাৰ ওচৰত মামৰে খোৱা টিনৰ ছুটকেছ এটাৰ নিচিনা লাগিছিল। সেইয়া নিতান্ত বিয়াৰ আনন্দত বলিয়া হোৱা ছোৱালীহঁতৰ যোৰানামৰ বৰ্ণনা। পাছত সিহঁতৰে এজনীয়ে কৈছিল, প্ৰসন্নতকৈ আধা-ধুনীয়া মানুহ এটা পালেও তাই পাছদিনাই বিয়া কৰি পেলাব।

আৰু মনোৰমাৰ চেহেৰা ;—মনোৰমাক লৈ সুবৰ্ণলতাৰ কোনো দিনাই চিন্তা নাছিল। মানুহে কৈছিল,—ছোৱালী হৈ যদি জন্মিবই লাগে, তেনেহ'লে মনোৰমাৰ নিচিনা হৈ জন্মিব লাগে।

গতিকেই প্ৰসন্নৰ লগত মনোৰমাক বিয়া দি সুবৰ্ণলতা সুখী হৈছিল, আৰু আটাইতকৈ বেছি সুখী হৈছিল মনোৰমা নিজে। য'ত প্ৰসন্নই চাকৰি কৰে তালৈ গৈ তাই মাকলৈ দীঘলীয়া চিঠি লিখিলে ; ককায়েক উপেনলৈ অৱশ্যে চুটি-চুটিকৈ লিখিলে। চিঠিৰ ভাষা আৰু সুৰৰ পৰা সুবৰ্ণলতাই বুজিলে, ছোৱালী জন্ম দি তুলি লোৱা দায়িত্ব সোণৰ জখলাইদি তেওঁৰ কান্ধৰ পৰা নামি গ'ল।

বিয়াৰ পাছত মনোৰমাই দেখিলে, প্ৰসন্নক জীৱনৰ পাত্ৰ হিচাপে পাবলৈ বহুত দিনৰে পৰা তাই আশা কৰি আছিল সঁচা, কিন্তু প্ৰসন্নৰ ভিতৰত ইমান আপোন, ইমান মায়াময়, ইমান স্বপ্নময় মানুহ এটাই যে তাইলৈ উন্মুক্ত হৃদয়েৰে, অসীম উৎকণ্ঠাৰে, উজ্জ্বল প্ৰেম-পাত্ৰৰে আদৰি লবলৈ বাট চাই আছিল, সেইটো তাই ভাবিবই পৰা নাছিল। জীৱন-যৌৱনক পূৰাকৈ উপভোগ কৰাৰ কথা তাই সঁচাকৈয়ে ভাবিছিল, কিন্তু এটা সময়ৰ কাৰণে যে ইমান আনন্দ, ইমান শান্তি, ইমান

বিহ্বলতা গোট খাই আছিল, এটা সময়ত যে সাত-সমুদ্ৰৰ গৰ্জনক তল পেলাব পৰা মৰমৰ মৃদু গুণগুণনিৰ তালে-তালে তাই নাচিব পাৰিব, —এইবোৰ কথা তাই সপোনতো ভবা নাছিল। সেইবোৰ দিনত ঘনে-ঘনে তাই মাকলৈ লিখিছিল, 'উপেন ককাইদেউৰ বিয়া অহা বছৰতে কিন্তু পাতিবই লাগিব মা। আমি এমাহৰ আগতে যাম।'

উপেনৰ বিয়াৰ কাৰণে নহ'লেও মনোৰমা ঘৰলৈ আহিল। তেতিয়া তাইৰ গাত ছমাহ; আৰু কিছুদিনৰ পাছত অহা হ'লেও হ'লহেঁতেন, কিন্তু প্ৰসন্নক চৰকাৰে ক'ৰবাৰ সীমান্তলৈ পঠিয়াই দিলে; সীমান্তত বোলে কিছুমান মানুহে অস্ত্ৰ-শস্ত্ৰ লৈ চৰকাৰক আমনি কৰিছে; প্ৰসন্নৰ নিচিনা কৌশলী ডেকা মানুহৰ তাত বৰ প্ৰয়োজন হৈছে।

প্ৰসন্ন সীমান্তলৈ গুচি যোৱাৰ দিনা মনোৰমাই বৰ কান্দিছিল। পাছৰ দিনবিলাকত তাই খবৰ কাগজত সদায় তন্নতন্নকৈ সীমান্তৰ খবৰ বিচাৰিছিল।

নাৰীত্বই তিলতিলকৈ সজাই লাহে-লাহে মনোৰমাক পূৰ্ণ কৰি তুলিছিল। পানীকলৰ পৰা এবাল্টি পানী লৈ পাগঘৰলৈ সোমাই যোৱা মনোৰমালৈ চাই ওচৰ-চুবুৰীয়া অভিজ্ঞা তিৰোতাই স্নুবৰ্ণলতাক ফুচফুচাই কৈছিল, 'তাইক এতিয়া গধুৰ বস্তু বেছিকৈ দঙা-পৰা কৰিবলৈ নিদিব।' —আৰু কথাষাৰে স্নুবৰ্ণলতাৰ কাণত মৌ-বৰষা দি বৰষিছিল।

তাৰ পাছত এই ছোৱালীজনীৰ জন্ম হৈছিল। সীমান্তৰ পৰা প্ৰসন্নই লিখি পঠিয়াইছিল, 'তাইৰ নাম নিজৰা ৰাখিবা।' লগতে বৰ্ণাইছিল—হাবি-বন-কাঁইট ভাঙি-ভাঙি দুৰ্গম পৰ্বতীয়া বাটেদি গৈ-গৈ অকণমান নিজৰা এটাৰ পাৰত থিয় হ'লে কেনেকুৱা লাগে, তোমালোকে কি বুজিবা?

তাৰ পাছত কেনেকৈ কি হ'ল কোনেও একো বুজিব নোৱাৰিলে; মনোৰমাই খবৰ-কাগজত তন্ন-তন্নকৈ বিচাৰিবলগীয়া নহ'ল; প্ৰথম

পৃষ্ঠাতে জ্বল-জ্বলকৈ খবৰটো ছপা হ'ল ; অলপ পাছতে চৰকাৰৰ মানুহে আহি উপেন-মনোৰমা-সুবৰ্ণলতাক দেখা কৰিলে। বিদ্রোহীয়ে প্রসন্নক দূৰদূৰণিৰ আন কোনোবা সীমান্তলৈ পঠিয়াই দিলে। প্রসন্ন আৰু নাহে।

তাৰ পাছত পাগলী হ'ব লাগিছিল মনোৰমা, কিন্তু পাগলী হ'ল সুবৰ্ণলতা, পগলা হ'ল উপেন, বৃন্দাবন। তিনিমহীয়া নিজৰাক কোলাত লৈ সুবৰ্ণলতাই মনোৰমাৰ আত্মাক অভিশাপ দি চিঞৰি-চিঞৰি সুধিলে, 'এয়েই তইঁতৰ জ্ঞাননে? এয়েই তইঁতৰ মৰম-মায়া নে? এই ফুলহেন কেঁচুৱাটোৰ, তোৰ পেটৰ পোৱালিটোৰ মুখলৈ তই চাব নোৱাৰিলি নে? পেটৰ পোৱালিৰ মায়াই যদি তোক বান্ধি ৰাখিব নোৱাৰিলে তেনেহ'লে মাক হৈছিলি কিয়? এই সংসাৰত কোনজনী মাকে এনেকৈ কোলাৰ কেঁচুৱা পেলাই থৈ......" সুবৰ্ণলতাৰ আকাশ খহি পৰা কান্দোনৰ মাজত আৰু কথা শুনা নগ'ল।

কোনো মাকে পৰা উচিত নহয়, কিন্তু মনোৰমাই কেনেবাকৈ পাৰিলে। ৰাতি পাৰিলে। কিমান ৰাতি কোনেও ক'ব নোৱাৰে, তাই কাগজ এটুকুৰাত লিখি থৈ গৈছিল,—উপেন আৰু সুবৰ্ণলতাৰ হাতত নিজৰাক গতাই দি তাই সম্পূৰ্ণ নিশ্চিন্ত হৈ গৈছে। সম্পূৰ্ণ ভাৰসা ৰাখি গৈছে। এই ছোৱালীজনীৰ জীৱনৰ কাষত তাই উপস্থিত হৈ থকাটোৱে অতি নিষ্ঠুৰভাৱে দেউতাকৰ অনুপস্থিতিটোহে পৰিষ্কাৰ কৰি ৰাখিব। সেইটো ছোৱালীজনীৰ কাৰণে এটা পূৰাব নোৱৰা ক্ষতি। তাইৰ জীৱনৰ ভালৰ কাৰণে উপেন-সুবৰ্ণলতাই যি কৰিব, মনোৰমা জীয়াই থাকিও তাতকৈ বেছি একো কৰিব নোৱাৰিব। গোটেই জীৱনৰ আশীৰ্বাদ তাইক তাই দি গৈছে। এই পৃথিৱীৰ পৰা গৈ ক'ৰবাত যদি থাকেগৈ, তাৰ পৰাও যেন তাই তাইক আশীৰ্বাদ দিবলৈ পায়।

কাগজটুকুৰাৰ শেষৰ ফালে মনোৰমাই ককায়েক আৰু মাকৰ ক্ষমা বিচাৰিছিল।

সুবৰ্ণলতাৰ প্ৰাণ-শক্তি তেতিয়াই যেন শেষ হৈ গৈছিল। কান্দি-কাটি বহি থাকিবলৈ তেওঁ অৱশ্যে সময় পোৱা নাছিল; তিনিমহীয়া নিজৰাৰ কাৰণে তেওঁ মনোৰমা হ'বলগীয়া হৈছিল। তাৰ পাছত নিজৰা ডাঙৰ হৈছে, তাইৰ কাৰণেই সুবৰ্ণলতাই আকৌ হাঁহিব-লগীয়া হৈছে।

মনোৰমা যোৱাৰ পাছত কিছুদিনলৈ বৃন্দাবনৰ চকুৰ ফালে চাব নোৱৰা হৈছিল। সিয়েই মানুহৰ ফালে চাবলৈ ভয় কৰিছিল নে মানুহে তাৰ ফালে চাবলৈ ভয় কৰিছিল ঠিক নাই, কিন্তু কোনেও কাৰো ফালে নাচাইছিল। মনোৰমাৰ পৰীক্ষাৰ সময়ত এই বৃন্দাবনেই দুপৰীয়া স্কুলত তাইক টেমা এটাত খোৱা-বস্তু দি আহিছিলগৈ। এই বৃন্দাবনৰ লগতে প্ৰত্যেক দিনেই কাজিয়া, কঢ়া-আঁজোৰা, সাবটা-সাবটি কৰি মনোৰমা ডাঙৰ হৈছিল। মনোৰমাই তাৰ চকুৰ আগতে তিলতিলকৈ দেহাৰ ঐশ্বৰ্য গোটাইছিল: ফ্ৰক এৰি ব্লাউজ পিন্ধিছিল আৰু পিছফাল-খোলা ব্লাউজৰ পিছফালৰ ছেফটিপিন তিনিটা বহুদিন এই বৃন্দাবন বুঢ়ায়েই মাৰি দিছিল।

কোনোবা এদিন এইখন ঘৰলৈ যে বৃন্দাবন বনকৰা মানুহ হৈ আহিছিল সেই কথাটো মনোৰমায়েই তাক পাহৰাই দিছিল। শেষত যেতিয়া বৃন্দাবনে নিজৰাক কঢ়া-আঁজোৰা কৰি আকৌ মনোৰমাৰ লগত কাজিয়া লগোৱাৰ কথা পাণ্ডি আছিল, তেনে দিনতে সি তাইৰ পিছে-পিছে, হাতত কোৰ এখন লৈ শ্মশানলৈ যাবলগীয়া হ'ল।

বহুত দিন সুবৰ্ণলতা-উপেন-বৃন্দাবনে কোনোমতে কটাই দিলে, কিন্তু যেতিয়াই নিজৰাৰ মুখত মাত ফুটিল, তাই কথা বুজি পোৱা হ'ল; তেতিয়া তিনিওটা প্ৰাণী ভীষণ সন্ত্ৰস্ত হৈ উঠিল। ছোৱালী-জনীৰ গালেদি এটোপাল চকুপানী বৈ গ'লে সুবৰ্ণলতাৰ ডিঙিয়েদি এটোপাল বিষ পাৰ হৈ যোৱা যেন লগা হ'ল; তাইৰ গাটো অলপ

ভপত যেন লাগিলেই উপেন লৰি-লৰি ডাক্তৰৰ পচুলিত ৰয়গৈ ; আৰু বৃন্দাবন বুঢ়াই সাৰে থকা সময়খিনিত তাইৰ পিছ নেৰেই ।

উপেনে তাইক এজাপ ৰংচঙীয়া ছবি থকা কিতাপ আনি দিলে আৰু স্বৰ্ণলতাই বহি-বহি পুতলা সাজি দি দৰা-কইনাত তাইৰ অলপ মনটো বহুৱালে। নহ'লে তাই এফালৰ পৰা এনেকৈ ঘৰৰ কাম কৰিবলৈ আৰম্ভ কৰে যে বৃন্দাবন আৰু স্বৰ্ণলতালৈ কেতিয়াবা কাম বাকী ৰ'বই নোখোজে !

আৰু দৰা-কইনাৰ বিয়া পাতি থাকোঁতেই এদিন আইতাকে নিজৰাক সুধিলে, "মোমায়েৰৰ বিয়া নহয়, তই ক'ব পাৰ নে নোৱাৰ ?"

নিজৰাই সেইদিনা ভাবিলে, কেইবাদিনো যি কেইটা দৰাৰ বিয়া হোৱা নাই, সিহঁতৰ বিয়া কেইখন লৰালৰিকৈ পাতি দি মাজতে মোমায়েকৰখন পাতি পেলাব। কিন্তু লাহে-লাহে যেতিয়া দেখিলে যে মোমায়েকৰ বিয়াৰ আয়োজন বেলেগ ধৰণে আৰম্ভ হৈছে, তেতিয়া তাই অলপ থমক খালে। তাৰ পাছত যি মুহূৰ্তত তাই শুনিলে যে মোমায়েকৰ বিয়াৰ পাছত সিহঁতৰ ঘৰলৈ মামীয়েক এজনী আহিব, তাৰ কেইঘণ্টামানৰ ভিতৰতে ওচৰ-চুবুৰীয়া সকলোৱে গম পাই গ'ল যে উপেনৰ বিয়া উলা-মূলা বিয়া নহয় ; এই বিয়াৰ ফল স্বৰূপে সিহঁতৰ ঘৰলৈ মানুহ এজনী আহিব ; সেই মানুহজনী উপেনৰ কি হয় ঠিক নাই, কিন্তু নিজৰাৰ যে মামীয়েক হ'ব সেইটো ধ্ৰুপ।

চাওঁতে-চাওঁতে ঘৰখনত নিজৰাই মামীয়েক এজনী সৃষ্টি কৰি পেলালে। ওলাওঁতে মামী, সোমাওঁতে মামী, ভাত খাওঁতে মামী, শোওঁতে মামী—কেৱল মামী। উপেন যদি ৰিক্সাত উঠি ক'ৰবালৈ যাবৰ সময়ত নিজৰাক লগত নিনিলে, তাই ওফোন্দ নেপাতে, কেৱল ঘোষণা কৰি থয়, "মামী আহিলে কৈ দিম নহয়।" জোৰকৈ গাখীৰ খুউৱা, চকুত চাবোন সোমাওঁতে কন্দা সত্বেও গা ধুৱাবলৈ নেৰা ইত্যাদি ধৰণৰ বহুত অপৰাধত নিজৰাৰ মামীয়েকৰ আদালতত

সুবৰ্ণলতায়ো অপৰাধী হৈ বিচাৰলৈ বাট চাই ৰ'ল। বৃন্দাবনৰতো কথাই নাই। তাৰ অতপালি ইমানকৈ বাঢ়িছে যে নিজৰাই তাৰ সাৱধান লবলৈ এৰি দিছে। তাক তাই কৈ দিছে, "কিমান জোকোৱা জোকাই থাকা; মামী আহিলে চাম নহয়।" মুঠৰ ওপৰত অৱস্থাটো এনেকুৱা হৈ আছে যে মামীয়েক অহাৰ দুই-এদিনৰ ভিতৰতে নিয়ম-মতে বৃন্দাবনৰ ফাঁচী হৈ যোৱা দৰকাৰ; উপেনে জীয়াই থাকিবলৈ পায়নে নেপায় সেইটো মামীয়েকৰ করুণা আৰু তাৰ কপালৰ ওপৰত নির্ভৰ কৰিছে: সুবৰ্ণলতা অৱশ্যে ঘৰতে থাকিব, কিন্তু কেইসাজ লঘোনে থাকিব লাগে ঠিক নাই।

পাছলৈ উপেনৰ এনেকুৱা লগা হ'ল যেন ওচৰৰ কোঠালিটোতে নিজৰাৰি মামীয়েক এজনী বহি আছে! এদিন আবেলিপৰত বিয়াখনৰ কথা ভাবি থাকোঁতে হঠাতে সি পুলকিত অনুভৱ কৰি নিজৰাক একেবাৰে ওচৰলৈ মাতি আনি মনে-মনে সুধিলে, "তোৰ মামীয়েৰজনী কেনেকুৱা অ'?"

সর্বস্বত্ব সংৰক্ষিত কৰি কথা প্রকাশকৰ দৰে নিজৰাই "নকওঁ যাওক: আৰু মামী আহিলে অপোনাক নেদেখুৱাওঁ"—বুলি কৈ উচাট মাৰি গুচি আহিল। চিঞৰ-বাখৰৰ ভয়ত উপেনো মনে-মনে থাকিল।

বিয়াৰ আয়োজন প্রায় শেষ হৈ আহিল, বিয়াও পালেহি। কিছুমান সৰু-সুৰা বস্তুৰ কাৰণে সুবৰ্ণলতাৰ মনত অৱশ্যে খুঁত থাকি গ'ল। তাৰ কাৰণে উপেনে গালিও খালে কিছু। অতিষ্ঠ হৈ যদি সি কিবা কব খোজে, নিজৰাই হয়তো সেই সময়তে কৈ দিয়ে, "হয়যে নহয়, মামাই একো কাম নকৰে, খালী অপিছলৈ যায় আৰু ঘৰলৈ আহে।" তাৰ পাছত আৰু তৰ্কাতর্কিৰ কোনো আশা নেথাকে।

একালত চহৰৰে জীয়াৰী, ভিতৰুৱা ঠাইলৈ দিয়া হৈছিল, এনেকুৱা লগা-ভগা ভালেমান তিৰোতা ঘৰত গোট খালেহি।

তেওঁলোকৰ ল'ৰা-ছোৱালীবোৰক লৈ নিজৰাৰ কামৰ আদি-অন্ত নোহোৱা হ'ল। মাকহঁতে লুচি ভাজিছে, ল'ৰা-ছোৱালীহঁতে ওচৰতে ঘূৰাপকা কৰি ফুৰিছে; এখন-এখন লুচি হাতে-হাতে দিয়াৰ পাছত সিহঁতে চোতাললৈ লৰ মাৰিছে; লৰা-ঢপৰাত আধাখোৱা লুচি হাতৰ পৰা পৰি গৈছে, তুলি লৈ খাব খোজোঁতে নিজৰাই মানা কৰি ভিতৰৰ পৰা ভাল লুচি আনি দিছে; কামৰ মাজতে সময় উলিয়াই এইবোৰ কথা সুবৰ্ণলতাক কৈ তাই আশ্চৰ্য প্ৰকাশ কৰিছে। কেইজনীমান অকণ-অকণ ছোৱালীয়ে নিজৰাৰ দৰা-কইনাৰ বাক-চটো কেনেবাকৈ পাই উলিয়াই আনিছিল, তাই কোনোমতে বুদ্ধি কৰি সিহঁতৰ হাতৰ পৰা বাকচটো লৈ মোমায়েকৰ বাকচৰ তলত লুকুৱাই থলেগৈ। এইবিলাক কামৰ উপৰিও ঘৰত গোট খোৱা ডাঙৰসক সকলোকে তাইৰ যে মামীয়েক আহিব এই কথাটো বুজাবলৈও তাই বৰ কষ্ট কৰিবলগীয়া হৈছিল। সকলোৱে অৱশ্যে এবাৰ-দুবাৰ কওঁতেই কথাটো বুজিছিল কাৰণে তাইৰ ভাল লাগিছিল।

কিন্তু এটা কথাত নিজৰাৰ বৰ খং উঠিছিল। এবাৰ তাই তাইৰ শোৱা কোঠালিলৈ গৈ দেখে—সিহঁতৰ বিছনাখনত কোনোবাই বোকা ভৰিৰে উঠি দাগেই দাগ কৰি থৈছে। মোমায়েকৰ ডাঙৰ গাৰু ছুটাৰ ওচৰতে থকা তাইৰ অকণমান গাৰুটো কোনোবাই বেঁকাকৈ পেলাই থৈ গৈছে। এই বিছনাখন অকণমান লেতেৰা হৈ থাকিলেও মোমায়েকে বৃন্দাবনক বকে। এতিয়া বিছনাখনৰ এনেকুৱা অৱস্থা দেখি তাই তৎক্ষণাত সুবৰ্ণলতাৰ ওচৰলৈ গৈ ক'লে, "আইতা, আমাৰ বিছনাখন কোনোবাই বোকাভৰিৰে উঠি লেতেৰা কৰিলে।"

সুবৰ্ণলতাই লগে-লগে কাপোৰখন সলাই দিয়ালে। কিন্তু ৰাতি শুবলৈ গৈ নিজৰাই দেখে বিছনাখন আকৌ কোনোবাই সোতোৰ-মোতোৰ কৰি থৈছে। খঙত তাই কান্দি পেলাব খুজিছিল। আকৌ এবাৰ চাদৰখন সলাই দিয়াৰ পাছত নিজৰ অকণমান গাৰুটোত

মূৰ থৈ নিজৰা শুলে। বিয়াৰ দিহা-পৰামৰ্শ দিবলৈ অহা মানুহ ঘৰা-ঘৰি যোৱাৰ পাছত মাজ নিশা উপেন শুবলৈ আহিল। নিজৰাৰ গাৰ কাপোৰখিনি ভালকৈ জাপি দি সি সাৱধানে শুই থাকিল, যাতে তাইৰ টোপনি নাভাগে।

নিজৰাৰ দাবী অনুসৰি বিয়াৰ দিনা তাই পিন্ধিবলৈ এযোৰ নতুন মেখেলা-চাদৰ আনি থোৱা আছিল; ৰাতিপুৱাই তাই সেইযোৰ পিন্ধি ললে। কাপেযোৰ পিন্ধাওঁতে সুৰমাৰ এপৰমান লাগিল, দহোটামান ছেফটিপিন খৰচ হ'ল। কিন্তু দুপৰীয়াৰ অলপ পাছতে তাই আকৌ ফ্ৰক পিন্ধি ললে। বস্তুত দিগদাৰ। প্ৰথম কথা, যেয়ে দেখে সেয়ে তাইক কইনা বুলিবলৈ আৰম্ভ কৰিলে। দ্বিতীয়তে উজুলি-মুজুলি বিয়াঘৰত তাইৰ যি পৰিমাণে কৰিবলগীয়া কাম ওলাল, সেই পৰিমাণে তাই লৰা-ঢপৰা কৰি ফুৰিব পৰা নাই; ভৰিত জোটাপুটি লাগে। সন্ধিয়া সময়ত জীয়ৰী-বোৱাৰীহঁতে পানী তুলিবলৈ যাওঁতে, অকণমান মাটিৰ কলহ এটা কাষত লৈ মেখেলা-চাদৰ পিন্ধা নিজৰা সকলোৰে আগে-আগে গ'ল। তাই কলহত নৈৰ পৰা ভৰাই অনা পানীখিনিৰ বেছিখিনি নিজে মোমায়েকৰ গাত ঢালি দি, তলিত অকণমান সময় পালে তাইৰ দৰাকেইটাক গা ধুৱাবলৈ বুলি থৈ দিলে।

সমনীয়া ল'ৰা-ছোৱালীবিলাকে ঠিকমতে লুচি-দাইল-মিঠাই খালেনে নাই তাকে লৈ নিজৰা গোটেই আবেলিটো ব্যস্ত হৈ থাকিল। ল'ৰা-ছোৱালীহঁতক মাতি-মাতি তাই সুধিলে, "আই, তহঁতে লুচি-মিঠাই খালি ?" "নাই খোৱা" বুলি কোৱাৰ লগে-লগে তাই কথাটো বৃন্দাবনক কয়; বৃন্দাবনে ব্যৱস্থা কৰে। অলপ পাছতে হয়তো আন এজনী ছোৱালীয়ে নিজৰাক কাণে-কাণে কয়, "সিহঁতে এবাৰ খাইছিল বুইছা ? ইমান মিছা কথা কয় ভাই !"

মাজে-মাজে নিজৰা এনেয়ে মোমায়েকৰ ওচৰলৈ লৰ মাৰে;

তাৰ পাছত হয়তো সুবৰ্ণলতাৰ ওচৰত ধপকৈ বহি তাই কয়, "ইস ৰাম ইমান ভাগৰ লাগিছে!" সুবৰ্ণলতাই তাইক সাবটি ধৰি ওচৰত অকণমান বস্তুৱাই ৰাখিবলৈ বিচাৰে; নোৱাৰে; হঠাৎ তাই লৰ মাৰে।

ৰাতিপুৱাই উপেন আৰু সুবৰ্ণলতাই বৃন্দাবনক কৈ থৈছিল, "তাই ক'ত কি কৰি ফুৰে ঠিক নাই; তই আন একো কৰিব নেলাগে; দিনটো তাইৰ লগে-লগে থাকিবি।" বৃন্দাবন আছে। ল'ৰা-ছোৱালী, গাভৰু, বোৱাৰী, বুঢ়ী—সকলোৰে মাজে-মাজে, নিজৰাৰ পিছে-পিছে সি ঘূৰি ফুৰিছে। আৰু গোটেই দিনটো, তাৰ নিজৰ বিয়াখন কেতিয়া পাতিব, সেই কথাষাৰৰ উত্তৰ দি দি তাৰ আমনি লাগি গৈছে। বিশেষকৈ এই গাভৰু ছোৱালীমখাৰ যে কি তেল লাগিছে সি ধৰিব পৰা নাই। সিহঁতে কেৱল তাৰ লগত চুপতি মাৰিবলৈ চেলু বিচাৰি ফুৰিছে। সিও দুজনীমানক ভাল উত্তৰ দিছে। দুজনীমান ছোৱালীৰ ধেমালিবোৰ তাৰ অৱশ্যে ভালো লাগিছে। কলেজত পঢ়া সোণবৰণীয়া ছোৱালীজনীয়ে তাক সুধিছিল, "হেৰা বৃন্দাবন, তোমাৰ নামটো বৰ ধুনীয়া দিয়া। তোমাৰ ভিতৰত চাগৈ কিমান লীলা-খেলা!"

বৃন্দাবনে বৰ সেমেকা হাঁহি এটা মাৰিছিল; তাৰ পাছত লাহে-লাহে কৈছিল, "এ আই আমাৰ বৃন্দাবনৰ লীলা-খেলাৰ কথা কি ক'বা? গোপীসকলক গোটাই লৈ লীলা-খেলা কৰি শ্ৰীকৃষ্ণ মতলীয়া হয়, ইফালে কোনোবা গুৱালৰ মৰণ হয়। আমাৰ বৃন্দাবনত সেই কপাল ফুটা গুৱালৰহে লীলা-খেলা আই!"

"এইখন ঘৰত এটাইৰে পকা-পকা কথা, কাকো টোঁৱাবই নোৱাৰি" বুলি, বটাত তামোল-মছলা সজাই বাহিৰলৈ দি পঠিওৱাৰ দায়িত্ব লৈ থকা ছোৱালী নিজৰ কামত লাগিল।

কইনাঘৰ ত্ৰিছ মাইলমান দূৰত। নিজৰা উপেনৰ কাষতে বহি

কইনাঘৰলৈ গ'ল। বহুত চেষ্টা কৰিও তাই আৰু থাকিব নোৱাৰিলে, এসময়ত দৰাৰ ঠিক পাছতে সুৰমাৰ কোলাত মূৰ থৈ শুই থাকিল। কইনাক যেতিয়া হোমৰ ওচৰলৈ অনা হ'ল, তেতিয়া তাই চকু মোহাৰি-মোহাৰি আকৌ উঠিল। বিয়া ভগাৰ পাছত কইনা যেতিয়া আকৌ ভিতৰলৈ গ'ল, তেতিয়া নিজৰাই সুৰমাক বাৰে-বাৰে ক'বলৈ ধৰিলে—'মামীক চাম।' সুৰমাই তাইক ভিতৰলৈ লৈ গ'ল; নিজে হাঁহি-হাঁহি কইনাক নবৌ বুলি মাতি ললে আৰু তাৰ পাছত নিজৰাক আগবঢ়াই দি চিনাকিটো দিলে। কইনা ৰূপালীয়ে মূৰ তুলি নিজৰালৈ চালে। নিজৰায়ো চালে। একেথৰে তাই চাই ৰ'ল। নতুন মামীয়েক তাইৰ কেনেকুৱা লাগিল, তাই ক'ব নোৱাৰিলে; কিন্তু তাই মন্ত্ৰমুগ্ধৰ নিচিনাকৈ চাই ৰ'ল। এনেকৈ তাইৰ ফালে কোনো মানুহে কেতিয়াও চাই থকা নাই। হঠাতে তাইৰ লাজ লাগি গ'ল। মামীয়েকৰ চকুৰ পৰা চকু নাতৰোৱাকৈ তাই অকণমান সুৰমাৰ কাষ চাপি আহিল। ৰূপালীৰ হাতখন আগবঢ়াই নিজৰাক কাষলৈ চপাই আনিবৰ মন গৈছিল, কিন্তু তাইৰো লাজ লাগিল। তাইৰ কান্দি-কান্দি উখহি থকা চকুযোৰ কেৱল তিৰবিৰাই উঠিল।

•

ৰাতিপুৱা বিয়া আহি পৰ্য্যলিত হোৱাৰ লগে-লগে সুবৰ্ণলতাই হাতত কাঁহী এখন লৈ পুতেক-বোৱাৰীয়েকক আদৰিবলৈ ওলাই আহিল। তেওঁৰ হাতত্ৰখন থক-থককৈ কঁপিবলৈ ধৰিলে; মুখৰ কথাবিলাক এক অপূৰ্ব উত্তেজনাত থোকাথুকি হৈ গ'ল। উপেন মটৰৰ পৰা নমাৰ লগে-লগে তেওঁৰ দুয়োগালেদি ধাৰাসাৰে চকুপানী বৈ গ'ল।

দৰা-কইনাক বেৰি ধৰা মানুহবোৰৰ পিছফালে থিয় হৈ, গোটেই নিশা বিয়া-ঘৰৰ বস্তু-বাহানি ৰখি থকা বৃন্দাবনে গামোচাৰ আগেৰে চকুযোৰ এবাৰ মচি ললে। সৌ সিদিনাখনলৈকে তাৰ কঁকালত

গামোচাখনৰ এটা মূৰ বান্ধি—"অ মা চাহি এইটো চোৰ ধৰি আনিছোঁ"—বুলি ধেমালি কৰা উপেনে আজি বিয়া কৰাই আনিছে !

দৰাৰ লগত যোৱা সকলো লৰালৰিকৈ ঘৰা-ঘৰি গ'ল ; যিবিলাকে যাবলৈ নেপাইছিল সিহঁতে এতিয়া কইনাক বেৰি ধৰিলে। এখন ফুলাম পাটিৰ ওপৰত ৰূপালী হাতভৰি কোঁচাই বহি আছিল ; চাৰিওফালে বহি ছোৱালীবোৰে নবৌ, মামীদেউ ইত্যাদি নিজৰ-নিজৰ সম্বন্ধ ঠিক কৰি মাতি যাবলৈ ধৰিলে ; চেৰ কথা-বতৰা পাতিলে। শেষত ৰূপালীক গান এটা গাবলৈও কোনো-কোনোৱে জোৰ কৰিলে। ৰূপালীয়ে কেৱল মাজে-মাজে হাহিলে আৰু চুটি-চুটি উত্তৰ দিলে। তাই প্ৰায় সকলোকে তুমি বুলি সম্বোধন কৰিলে। দুপৰীয়াৰ পাছত ৰূপালী পাটিখনতে শুই পৰিল। ছোৱালীবিলাক নিজৰ-নিজৰ কথাত ব্যস্ত হৈ চাৰিওফালে বহিয়েই থাকিল।

নিজৰাই বাহিৰত সমনীয়াহঁতৰ আগত নতুন মামী দেখিবলৈ কিমান ভাল তাকে প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰি-কাৰ এসময়ত শুই থাকিলহি।

সান্ধ্যাৰ আগে-আগে সুবৰ্ণলতাই তাইক লাহে-লাহে ঠেলি জগুৱাই দিলে। গাৰুৰ পৰা মূৰ তুলিয়েই তাই সুধিলে, "মামী ক'ত আছে আইতা ?"

এই প্ৰথমবাৰৰ কাৰণে হঠাতে সুবৰ্ণলতাৰ বুকুখন যেন কিবা অজ্ঞাত কাৰণত ধকধকৈ উঠিল। এক মুহূৰ্তৰ কাৰণে তেওঁৰ এনেকুৱা লাগিল যেন জীৱনৰ জমা-খৰচৰ হিচাপ কৰাৰ সময় তেওঁৰ হৈ গ'ল।

পাছদিনা খোৱা-খুবুনী। বহুত মানুহ আহিছে, তেওঁলোকে কইনা চাইছে, দৰা-কইনাক লৈ বহুত ধৰণৰ হাঁহি-ধেমালি চলিছে। সকলো এনেকৈ কিবা আমোদ-প্ৰমোদত ডুবি থাকিলে আৰু কৰিবলগীয়া কাম-বন নাথাকিলে বৃন্দাবনে বৰ অকলশৰীয়া অনুভৱ কৰে।

অলপ দূৰৰ বেঞ্চ এখনত বহি সি মানুহৰ মাজত বহি থকা উপেন আৰু ৰূপালীলৈ চাই আছিল, হঠাতে কোনোবাফালৰ পৰা নিজৰা আহি তাৰ ওচৰতে ৰ'ল। ৰভাৰ তলৰ লাইটবোৰৰ ওচৰে-ওচৰে উৰণীয়া পোকে জুম বান্ধিছে, তাৰে এটা নিজৰাৰ চকুত সোমাল, উলিয়াই দিব লাগে। বৃন্দাবনে আথেবেথে তাইক ভিতৰৰ লাইট এটাৰ তললৈ লৈ গ'ল। আজি দিনটো নিজৰাৰ লগত তাৰ মুখামুখিয়েই হোৱা নাই। সি ফুৰিছে তাৰ কামৰ পিছে-পিছে, নিজৰা ফুৰিছে ৰূপালীৰ লগে-লগে। আৰু ৰূপালীৰ লগত বৃন্দাবনৰ এতিয়াও চা-চিনাকি হোৱাই নাই। গামোচাৰ আগ এটা জোঙা কৰি লৈ তাৰে পোকটো উলিয়াবৰ সময়ত সি নিজৰাৰ গালৰ পৰা অহা ধুনীয়া গোন্ধ এটা পালে ; একেবাৰে যেন চিনাকি হেৰোৱা গোন্ধ। মনোৰমা যোৱাৰ পাছত এইখন ঘৰত সেইবোৰ গোন্ধ-ভাপৰ ব্যৱস্থা উঠি গৈছিল ; উপেনে ডাটি খুৰাই মুখত কিবা এটা ঘঁহে, কিন্তু সেইটো নিজৰাৰ গালত উঠিব পৰা বস্তু নহয়।

কিবা এটা ভাবি হঠাতে বৃন্দাবনে সুধিলে, "তই দেখোন আজি গোটেই দিনটো মোক মতাই নাই, কিয় ?"

"নেমাতো যোৱা, তুমিনো জোকাই থাকা কিয় ?" বুলি কৈ নিজৰাই আকৌ লৰ মাৰিলে। এইটো উত্তৰ বৃন্দাবনে তাইৰ পৰা বহুত দিন বহুত বাৰ পাইছে, কিন্তু আজি তাৰ মনটোৱে ক'ব খুজিলে,—আৰু নোজোকাওঁ আই, কেতিয়াও নোজোকাওঁ ; তই মোক মাতিবি—। তাৰ এনেকুৱা লাগিল—যেন আজিলৈকে নিজৰাক সি যিমান জোকাইছে, তাৰ কাৰণে সি তাইক ক্ষমা খুজিব, কাকুতি কৰিব,—তথাপিও যেন তাই তাক মাতে।

খোৱা-খুবুনী খাই মানুহবোৰ গ'লগৈ। কেৱল ডুজনীমান চুবুৰীয়া ভোৱালী কইনাৰ লগত ভাত খাবলৈ থাকি গ'ল।

প্ৰথমতে সুবৰ্ণলতা, নিজৰা আৰু উপেনে খাই ললে, তাৰ পাছত কইনাক মাজত লৈ গাভৰুহঁত বহিল। ভাতৰ গৰাহে প্ৰতি প্ৰত্যেকজনীৰ মুখৰ পৰা কথাৰ ফুলজাৰি ছিটিকি-ছিটিকি পৰিল। সুৰমাই নিজৰ বিয়াৰ স্মৃতি খুচৰি-খুচৰি উলিয়াবলৈ চেষ্টা কৰিলে ; মুখত ভাত আৰু হাঁহি একেলগে লৈ কুমাৰী কেইজনীৰ ভৱিষ্যত বিয়াত কেনে ধৰণৰ আয়োজন হ'ব, তাৰ একো-একোখন কাৰ্যসূচী ঠিক কৰিলে। ৰূপালীয়ে বেছিভাগ সময় হাঁহিলে ; মাজতে কেৱল ক'লে—তাইৰ বিয়াখন আয়োজন কৰাত বৰ লৰালৰি হ'ল ; ককায়েকে ঠিক সময়ত অফিছৰ ছুটি নোপোৱাত বেছিভাগ কাম দেউতাকে অকলে কৰিবলগীয়া হ'ল—ইত্যাদি।

গোটেইখিনি সময় নিজৰা তেওঁলোকৰ ওচৰতে বহি আছিল. এবাৰ তাই উঠি চিচাৰ গিলাছ এটাত পানী এগিলাছ ভৰাই লৈ, পানী আৰু গিলাছ কোনোটো যাতে নপৰে, তেনেকুৱা সাৱধানেৰে সিহঁতৰ শোৱনি কোঠালৈ সোমাই গ'ল। কোঠালিটোৰ বিছনা-পাতিবোৰ যে ইফাল-সিফাল কৰা হৈছিল, এইটো তাই আবেলিৰ পৰা দেখি আছিল, কিন্তু এতিয়া শেষ অৱস্থা দেখি তাইৰ চকুযোৰ তিৰবিৰাই উঠিল। বিছনাখন অপূৰ্ব ধুনীয়া হৈছে, অকল কাপোৰ-কানিয়েই নহয়, স্বয়ং কাঠৰ বিছনাখনো সলনি হৈ গৈছে। কিবাকিবি বৰ ধুনীয়া গোন্ধাইছে। পানীগিলাছ মেজৰ ওপৰত থৈ, কাগজ এখনেৰে ঢাকি তাই ওলাই আহিল। গা-ধোৱা ঘৰলৈ গৈ তাই ঘঁহি-ঘঁহি ভৰিদুখন ধুই অকণমান ছেণ্ডেলযোৰ ভৰিত সুমুৱাই ললে। তাৰ পাছত আকৌ পাগঘৰৰ দুৱাৰ মুখলৈ গৈ দেখিলে—মামীয়েকহঁতৰ ভাত খোৱা হৈ গ'ল, ভাত খোৱা হাত শুকাই কৰকৰীয়া হৈ গ'ল, কিন্তু কথা শেষ হোৱা নাই।

বাৰাণ্ডাত সুবৰ্ণলতা অকলে-অকলে বহি আছিল, নিজৰা তেওঁৰ ওচৰলৈ আহিল ; পিঠিফালৰ পৰা তাই তেওঁক সাবটি ধৰিলে। কিবা

এটা যেন অপূৰ্ব পৰশ পাইছে, এনেকুৱা ভাবত সুবৰ্ণলতাই চকুযোৰ মুদি দিলে। তাৰ পাছত নিজৰাই ক'লে, "বুইছে আইতা, মামীয়ে কৈছে মোক বোলে মটৰত ক'ৰবালৈ লৈ যাব।"

কিয় কব নোৱাৰে, সুবৰ্ণলতাৰ মনটোৱে যেন লগে-লগে চিঞৰি উঠিল—"নেযাবি আই, তই নেযাবি।" কিন্তু তেওঁ কেৱল ক'লে, "যাবি বাৰু, এতিয়া শোওঁগৈ বল। ৰাতি বহুত হৈছে নহয়, তোৰ টোপনি ধৰা নাই?"

"ধৰিছে শোওঁগৈ" বুলি নিজৰাই কোৱাৰ লগে-লগে সুবৰ্ণলতা বহাৰ পৰা উঠিল। "আহ" বুলি কৈ তেওঁ ভিতৰলৈ সোমাই আহিল; পিছে-পিছে নিজৰাও আহিল। মাজৰ কোঠালিটোৰ পৰা সোঁফালে সোমালে উপেনহঁতৰ শোৱনিকোঠা, বাঁওফালৰ দুৱাৰেদি সোমালে সুবৰ্ণলতাৰ শোৱনিকোঠা। বাওঁফালে ঘূৰি সুবৰ্ণলতাই সিটো কোঠালৈ যাব খোজা নিজৰাক মাতিলে, "আহ আকৌ, ক'লৈ গৈছ?"

"মই শুই থাকোঁগৈ" বুলি নিজৰা আৰু এখোজ আগবাঢ়িল।

"শুবলৈকেতো মাতিছোঁ। আহ, তই মোৰ লগতে শুবি।"

"ই—স" বুলি নিজৰাই অত্যন্ত অবিশ্বাস আৰু তাচ্ছিল্যৰ শব্দ এটা কৰিলে আৰু মুখখন বিকটাই দিলে।

"কি আকৌ ইস্! চাহিচোন, তোৰ বিছনা কিমান ধুনীয়াকৈ মোৰ লগত পাৰি থৈছোঁ।" —বুলি সুবৰ্ণলতাই উপেনৰ কোঠালিৰ দুৱাৰৰ সিফালে এটা ভৰি দিয়া নিজৰাৰ হাতখনত ধৰি টানি আনিলে। নিজৰাই এনেকুৱা ধেমালিৰ একো অৰ্থ নুবুজি আইতাকৰ মুখলৈ চালে আৰু যেতিয়া আইতাকে "নেপায় নহয়, আহ" বুলি তাইক সঁচাকৈয়ে টানিলে, তেতিয়া তাইৰ অবিশ্বাস যেন নিমিষতে উৰি গ'ল; লগে-লগে তাই চিঞৰি উঠিল, "ইস্ নেলাগে মই

মামাৰ লগত শুম।" আইতাকে তাইক যিমানবাৰ নিজৰ গাৰ ফালে টানিলে, সিমানবাৰ তাই চিঞৰিলে,—"মই মামাৰ লগত শুম— ।"

অইন এটা কোঠালিত বহি থকা উপেনৰ বুকুখন ধককৈ উঠিল। কিবা এটা তীব্র অনুভূতিয়ে যেন তাৰ বুকুখন ঠেলি ওপৰলৈ উঠি আহিবলৈ বিচাৰিলে।

লৰালৰিকৈ বাটিটোতে পানী ঢালি হাতখন ধুই সুৰমা দৌৰি পাগঘৰৰ পৰা ওলাই আহিল; আহিয়েই তাই নিজৰাক কোলাত তুলি ললে। সুবর্ণলতাৰ বিছনাত তাইক বহুৱাই তাই ক'লে, "চাচোন তোৰ বিছনাখন কিমান সুন্দৰকৈ পাৰি দিছোঁ; সৰু-সৰু ছোৱালী আইতাকৰ লগতহে শোৱে; আইতাই তোক মৰম কৰিব নহয়। ধেৎ বেঙী ছোৱালী—"

ইমানদিনে উপেনৰ কাষত নিজৰাৰ বিছনা যিমান ধুনীয়া আছিল, সঁচাকৈয়ে আইতাকৰ ওচৰত তাতকৈ বহুত ভাল বিছনাৰ ব্যৱস্থা হৈছে। আইতাকে তাইৰ অকণমান গাৰুটোৰ ওপৰত বগলী পাখি-যেন বগা কাপোৰ এটুকুৰা পাৰি দিছে, অকণমান ধুনীয়া ফুলাম বিছনা-চাদৰো বেলেগে দিছে। কিন্তু নিজৰাই হাত-ভৰি জোকাৰি গোটেই বিছনাখন কোঁচ-মোচ খুৱাই পেলালে! সুবর্ণলতা আৰু সুৰমাৰ বহুত বুজনিৰ মাজে-মাজে তাই "নেলাগে, নেলাগে, মই মামাৰ লগত শুম" বুলি চিঞৰি উঠিল।

পাগঘৰত কাঁহীৰ কিনাৰত লাগি থকা ভাত চিকুটি-চিকুটি ৰূপালী মানুহজনী ভৰিৰ পৰা মূৰলৈকে যেন ঘামি উঠিল। গোটেই গাৰ তেজ যেন তাইৰ মুখখনত গোট খালে। কেৱল নিজৰাৰ মাতহে তাইৰ কাণত পৰিছিল।

মুখ বিবর্ণ হৈ গৈছিল উপেনৰ। যোৱা তিনিবছৰে, যেতিয়াৰ পৰা নিজৰাই কথা ক'ব পৰা হৈছে, তেতিয়াৰ পৰা তাই তাৰ

লগত শুই আছিছে। সি নিজে তাইৰ কাৰণে অকণমান গাৰু এটা কৰাই আনিছে। টোপনি নোযোৱা সময়খিনি সদায় সি তাইক সাধুকথা কৈছে। যিদিনা নতুন সাধু মনত নপৰে, সেইদিনা— "এখন দেশত নিজৰা নামেৰে এজনী ছোৱালী আছিল" বুলি কোৱাৰ লগে-লগে তাই "ইস্ মিছা" বুলি কৈছে। মাজনিশা সপোন দেখিয়েই নে কি,—ওঁহ-আহ কৰা নিজৰাক সি লাহে-লাহে মাতিছে—কি হ'ল নিজু? —নিজু! কোনো উত্তৰ নিদি নিস্তব্ধ হৈ শুই পৰা নিজৰাৰ গাৰ কাপোৰ ঠিককৈ দি তাইৰ গাত হাত এখন থৈ সি শুই পৰিছে। যোৱা এবছৰে শোৱাৰ আগেতে সি নিজৰাই আনি দিয়া পানী গিলাছ খাইছে। সেই নিজৰা আজি কি কাৰণত তাৰ লগত নুশুব? তাই কিয় বুজিব? কি বুজিব?

চোতালৰ লাইটবোৰ নুমুৱাই দিয়াৰ পাছত বাহিৰখন অলপ এন্ধাৰ হৈছিল। সেই এন্ধাৰত থিয় হৈ বৃন্দাবনে ডিঙি মেলি খিৰিকিয়েদি নিজৰাক চাবলৈ চেষ্টা কৰিলে। ভিতৰ সোমাই আহিবলৈ সি সাহস বিচাৰি পোৱা নাছিল। নিজৰাই কিয় কান্দিছে, তাক যেন একমাত্র সিহে বুজিছিল, সিহে মৰ্মে-মৰ্মে উপলব্ধি কৰিছিল। তাইৰ নিচিনাকৈ সিও যেন কান্দিব পাৰিব লাগিছিল। গা ধোৱাৰ আগতে উপেনক সি গাত তেল ঘঁহি দিছে, অফিছলৈ যোৱা কাপোৰ উলিয়াই দিছে, তামোল কাটি চোলাৰ জেপত ভৰাই দিছে,—কিমান কি কৰিছে! কাইলৈ সি কি কৰিব? বাঁওহাতৰ তলুৱাৰে বুকুখন মোহাৰি-মোহাৰি সি দীঘলকৈ নিশাহ এৰিলে; যেন মনে-মনে ক'লে,—"কান্দ আই, কান্দ।"

কান্দি-কান্দি এসময়ত নিজৰা শুই পৰিল; বোধহয় ভাগৰি পৰিল। তাই গাৰুত মূৰ থৈ শোৱা নাছিল, পাছত সুবৰ্ণলতাই গাৰুলৈ তাইৰ মূৰটো তুলি দিলে। তেওঁৰ নিজৰো বহুত ৰাতিলৈকে টোপনি যোৱা নাছিল। মাজতে এবাৰ উপেনৰ কোঠালিৰ দুৱাৰখন

বন্ধ কৰাৰ সক শব্দ এটা হ'ল। গোটেই ঘৰটোত তেতিয়া ধূপ গোন্ধাইছিল। ধূপৰ গোন্ধ লৈ-লৈ সুবৰ্ণলতাৰ এসময়ত টোপনি গ'ল ; বৃন্দাবনৰো।

কিমান ৰাতি ঠিক নাই, হঠাতে সুবৰ্ণলতাৰ টোপনি ভাগি গ'ল। লৰালৰিকৈ উঠি গৈ লাইটটো জ্বলাই বিছনাৰ কাষলৈ উভতি আহি তেওঁ দেখিলে নিজৰা বিছনাত বহি আছে। অসংখ্য করুণ কাকুতিয়ে যেন তাইৰ চকু দুটাত ছলছল কৰি আছে। তাই যেন বহুত কিবাকিবি ক'ব খুজিছে, কিন্তু তাইৰ যেন চিনাকি মানুহ কোনো নাই, এনেকুৱা অসহায় চাৱনিৰে ভয়ে-ভয়ে তাই আইতাকৰ চকুলৈ চাই আছে।

সুবৰ্ণলতাই বিছনাত উঠি লৈ তাইক হাত এখনেৰে ওচৰ চপাই ধৰিলে। কিছু সময় তেওঁ একো ক'ব নোৱাৰিলে। তাৰ পাছত তাইৰ থুঁতৰিত ধৰি মুখখন লাহেকৈ তুলি ধৰি তেওঁ সুধিলে, "কি হ'ল আই ?"

নিজৰাৰ নাকৰ পাহি দুটা ফুলি উঠিল, ওঁঠ দুখন কঁপি উঠিল ; বাগৰি নপৰাকৈ চকুৰ কোণত পানী দুটোপাল জিলিকি উঠিল। তাই এটা-এটাকৈ ক'লে, "মই মামাৰ লগলৈ যাম।"

সুবৰ্ণলতাই জোৰেৰে তাইক বুকুত সাবটি ধৰিলে। শোকত, দুখত নিজৰা যেন জহি-খহি গ'ল। তাইৰ কান্দোনৰ অকণো শব্দ নোলাল, এই নিশাৰ মৌনতাক আমনি কৰিব নাপায় বুলি তাই যেন বুজিছিল। কেৱল তাইৰ গোটেই গাটো কান্দোনৰ প্ৰত্যেকটো ঢৌৰ লগে-লগে জোকাৰ খাই-খাই উঠিল। আৰু কান্দোনৰ প্ৰতিটো ঢৌ অনুভৱ কৰিলে সুবৰ্ণলতাৰ বুকুৱে।

ধাৰাসাৰে বৈ অহা সুবৰ্ণলতাৰ চকুপানী নিজৰাৰ মূৰৰ ওপৰত পৰিছিল, আৰু তেওঁ তাইৰ মূৰত হাত বুলাই দি চুলিবোৰ সেমেকা কৰি তুলিছিল। আকৌ এবাৰ তেওঁ মনোৰমাক পাৰেমানে গালি

পাৰিলে। এই শেষ নিশা, এইকণ ছোৱালীৰ চকুপানী চাবলৈ মনোৰমা য'তে আছে ত'ৰে পৰা যেন অকণমান সময়ৰ কাৰণে আহে।

ৰাতিপুৱাই ৰূপালীয়ে নিজৰাক বিছনাৰ পৰা নমাই নি·নিজে হাত-মুখ ধুৱাই দিলে; দুপৰীয়া আগত বহি ভাত খুৱালে; আবেলি তেল-ফণি লৈ তাইৰ চুলি বন্ধাত লাগিল। মুখত পাউডাৰ অকণমান ঘহোঁতে নিজৰাই মামীয়েকৰ মুখলৈ চাই সুধিলে, "কালি ৰাতি মামাই পানী খাইছিল মামী?"

গোটেই দিনটো ৰূপালীয়ে তাকে ভয় কৰি আছিল। তাইৰ মুখখন ৰঙা পৰি গ'ল। ক'লে, "খাইছিল"।

খাইছিল। উপেনে আচলতে ৰাতি শোৱাৰ আগতে এগিলাছ কুহুমীয়া গাখীৰ খাইছিল।

নিজৰাই অলপ সময় মনে-মনে থাকি আকৌ সুধিলে, "মামাই আপোনাক সাধুকথা কৈছিল?"

এই সময়তে যদি পৃথিৱীয়ে ৰূপালীক লুকাবলৈ ঠাই অকণমান উলিয়াই দিলেহেঁতেন? যি সাধু উপেনে তাইক কৈছিল, সেই সাধু যেন আজিলৈকে কোনেও কোৱা নাই, কোনেও শুনা নাই। তাই ক'লে, "কৈছিল নিজৰা। তোমাৰ ৰঙা ফিটা কেইডাল আছে?"

নিজৰাক সজাই-পৰাই এৰি দিয়াৰ আগতে ৰূপালীয়ে তাইৰ মুখখন বুকুৰ মাজত এবাৰ সাবটি ধৰিলে। ৰূপালীৰ উষ্ণ আৰু কোমল বুকুৰ অপূৰ্ব পৰশে তাইক বোধহয় মৌন কৰি পেলালে।

সন্ধিয়া সময়ত আইতাকৰ ওচৰ চাপি নিজৰাই ভয়ে-ভয়ে সুধিলে, "আজি মই মামাৰ লগত শুম নে কি আইতা?" আইতাকে তাইক দৰা-কইনাৰ বাকচটো ক'ত থৈছিল বিচাৰি আনিবলৈ পঠিয়ালে।

নিজৰা দৰা-কইনা লৈ আৰু বলিয়া নহ'ল, ৰাতি উচুপিবলৈও যেন তাইৰ ভাগৰ লাগিল। কিন্তু এই বলিয়া ছোৱালীজনী ইমান মৌন হৈ গ'ল যে ঘৰখনত কি নাই কি নাই কৰি বৃন্দাবনে হাঁহাকাৰ কৰি

উঠিল। বিয়াখন হৈ যোৱাৰ পাছত তাৰ বহুত কাম ওলাইছে, কিন্তু কোনেও যদি তাৰ কামত দোষ নধৰে, কাম কৰি থাকোঁতে ঘনে-ঘনে যদি তাক কোনেও আমনি নকৰে, তেনেহ'লে সি কাম কৰে কেনেকৈ ? দৰাক নোওৱা ঠাইৰ ওচৰৰ তুলসী পুলিটো যে সি কাটি পেলোৱা নাছিল, বৰঞ্চ গুৰিত মাটি চপাই পোনাইহে দিছিল, তাক চাবলৈও ছোৱালীজনী এবাৰ তাৰ ওচৰলৈ নাহিল। উপেনে আনি দিয়া ৰং-চঙীয়া কিতাপবোৰৰ পাত লুটিয়াই-লুটিয়াই নিজৰাই কি ৰং পাইছে বৃন্দাবনে বুজি নাপালে। কিতাপবিলাক তাৰ মহাশত্ৰু যেন লাগিল।

উপেনে দূৰত থকা সময়খিনি পাৰেমানে আঁতৰি-আঁতৰি ফুৰিবলৈ ধৰিলে। অকণমান ছোৱালী এজনীৰ মুখামুখি হোৱাৰ সাহকণো তাৰ নাছিল। আঁৰৰ পৰা নিজৰাক দেখি তাৰ নিজকে দুৰ্দান্ত অপৰাধত অপৰাধী যেন লাগিছিল।

তাৰ পাছত আঠমঙলালৈ যোৱাৰ দিন আহিল। ৰূপালীয়ে আকৌ বিয়াৰ সাজ পিন্ধিলে, উপেনেও পিন্ধিলে,—যেনেকৈ নিজৰাৰ এহাল পুতলাই কেইদিনমানৰ পাছত আকৌ বিয়া হ'লে পিন্ধে। উপেনহঁত ঘৰৰ পৰা ৰিক্সাত গৈ মটৰত উঠিব। আগফালে দুৱাৰমুখলৈ সুবৰ্ণলতা আৰু নিজৰা ওলাই আহিল। গুৱালে গাখীৰ দিবলৈ সোমোৱা বাটটোৰ মুখত বৃন্দাবনো থিয় হৈ ৰ'ল। উপেন আৰু ৰূপালী দুয়ো সুবৰ্ণলতাক একোটা সেৱা কৰিলে, তাৰ পাছত ৰূপালীয়ে নিজৰাক গালখনত হাত ফুৰাই মৰম কৰোঁতে নিষ্প্ৰভ দৃষ্টিৰে মামীয়েকৰ মুখলৈ চাই তাই সুধিলে, "আপুনি আকৌ আহিব নে কি মামী ?"

সুবৰ্ণলতাই নিজৰাক কাষলৈ চপাই নিলে। ৰূপালী নিঃশব্দে গৈ ৰিক্সাত বহিল। ৰিক্সাত উঠিবৰ সময়ত চকাৰ মাডগাৰ্ডত পাটৰ মেখেলাখন লাগি ধৰোঁতে ভৰিখন অকণমান ওলাই গৈছিল, তাই লৰালৰিকৈ হাতেৰে এৰুৱাই ললে।

ৰিক্সাৰ পৰা নিজৰালৈ এবাৰ উভতি চাবলৈ ৰূপালীৰ সাহ নহ'ল।

---

লণ্ডন, ১৯৫৯ চন।

## লাজ লাগে

গা ধুবলৈ বুলি পিছফাললৈ আহি নির্মালি হঠাতে থমক খাই ৰ'ল। তাই আচৰিত হৈ গ'ল।

সাধাৰণতে নির্মালি এই সময়তে গা ধুবলৈ আহে। মাজতে তাই এবাৰ মাকৰ নিচিনাকৈ ৰাতিপুৱাই গা ধোৱাৰ চেষ্টা কৰি চাইছিল কিন্তু পাছত এৰি দিলে। তাই ঠিক কৰিলে, গা ধোৱাৰ নামত এনেকুৱা শাস্তি খোৱাৰ কোনো অর্থ নাই। গাত ঢালি দিয়াৰ পাছত ঠাণ্ডা পানীখিনি যিফালে বাগৰি যায়, সেইফালে গাৰ সাৰ-সুৰ নোহোৱা হয়। ঘঁহিপিহি গাটো ধুবলৈ অসহ্য লাগে। তাৰ পাছত ঠাণ্ডাটোৱে হেঁচা মাৰি ধৰে কাপোৰযোৰ সলাবৰ সময়ত। মানুহজনী কোঁচ খাই প্রশ্নবোধক চিনটোৰ নিচিনা হৈ পৰে; আঁঠু দুটাই ঠকঠককৈ খুন্দিয়া-খুন্দি লগাবলৈ ধৰে। ঠাণ্ডাৰ কোবত মুখেদি গান ওলাই যায়; কিন্তু সেই গানো গান হৈ নাথাকে; শিলগুটিৰে ভৰা ৰাস্তাৰ ওপৰেদি চলি যোৱা মটৰত গ্রামোফোন বজাই গ'লে গান যেনেকুৱা হয়, নির্মালিৰ মুখৰ গানো তেনেকুৱা হয়।

গতিকেই নির্মালিয়ে মাকৰ নিচিনাকৈ ৰাতিপুৱাই গা ধোৱাৰ চেষ্টা এৰি দিলে। তাৰ উপৰিও মাকে সোনকালে গা ধোৱে পাগঘৰত সোমাব লাগে কাৰণে। পাগঘৰৰ চৌকা নির্মালিয়ে গা ধুলেও চুবলৈ নাপায়, নুধুলেও চুবলৈ নাপায়। ৰাতিপুৱা ঘৰখনৰ যিখিনি কাম তাই কৰে, গা নোধোৱাকৈয়ে কৰিব পাৰে। ভাত খোৱাৰ আগতে

এসময়ত গাটো ধুলেই হয়। ৰাতিপুৱাই যে শিলযেন চেঁচা পানীৰ লগত যুদ্ধ কৰিব লাগিব, তাৰ কোনো মানে নাই।

আগতে, ভালেমান দিনৰ আগতে, যেতিয়া নিৰ্মালি স্কুললৈ গৈছিল, তেতিয়া গা ধোৱাৰ ঘটনাটো অলপ সুকীয়া আছিল। ঘৰত ঘড়ি নাছিল, কিন্তু চাবিআলিত ৰৈ থকা ৰত্না, জৰ্জিনাহঁতক লগ ধৰাৰ ব্যৱস্থাটো পকা আছিল। সিহঁত কেনেবাকৈ আগতে গুচি গ'লে নিৰ্মালিৰ স্কুললৈ যাবলৈ লগ নাছিল। গতিকে দেউতাক ওলাই যোৱাৰ অলপ পাছতে তাই আগদিনাৰ বান্ধী বেণীডাল খুলি-খুলি চিঞৰিছিল, "মা মোৰ হ'ল।" তাৰ অৰ্থ আছিল,—"মোৰ স্কুললৈ যাবৰ সময় হ'ল, তোৰ ভাত হ'লনে নাই?"

তাৰ পাছত পিছফাললৈ গৈ দুঘটিমান পানী দুই বাহুৰ ওপৰত ঢালি দিলেই তাইৰ গা ধোৱা হৈ গৈছিল। ছেগাচোৰোকাকৈ পঠি শুকান হৈয়েই ৰৈছিল; যিখিনি পানী গাত পৰিছিল; দুই হাতেৰে তাকে বহলাই তাই গোটেই গাটো তিয়াবলৈ চেষ্টা কৰিছিল। কেতিয়াবা "ইস্; আজি বহুত দেৰী হ'ল ভাই; ৰত্নাহঁত গুচি গ'লে মৰিলোঁ আৰু।" —বুলি ভৰিত লৰালৰিকৈ দুঘটি পানী ঢালি, হাতদুখন কিলাকুটিলৈকে তিয়াই, তিতা হাতেৰে মুখখন ঘঁহি-ঘঁহি গুচি আহিছিল। নতুনকৈ বেণীডাল গুঠিবৰ সময়ত কেতিয়াবা যদি চুলিত অকণমান তেল ঘঁহে, তেতিয়া তেলেৰে সেমেকি থকা হাত দুখন ঘঁহাই দিলে হাত-ভৰি চিকচিকিয়া হৈ উঠিছিল।

এসময়ত নিৰ্মালিয়ে স্কুললৈ যাবলৈ এৰি দিলে; লেঠা ছিগিল। ৰাতিপুৱাই গা ধোৱাৰ একো দৰকাৰ নোহোৱা হ'ল;— বিশেষকৈ এই জাৰৰ দিনত।

আজিকালি নিৰ্মালিয়ে গা ধুবলৈ ৰ'দ ওলাবলৈ বাট চাই থাকে। চৰকাৰী কলৰ পানী আনি তাই ডাঙৰ বালটিটো মুখলৈকে ভৰায়। কলহটোৰে দুকলহ আৰু বালটিটোৰে এবালটি

দিলেই ডাঙৰ বালটিটো ভৰি যায়। ৰ'দ ওলালে পানী বালটিত ৰ'দ পৰে। নির্মালিৰ ধাৰণা ৰ'দত পানীখিনি অলপ গৰম হয়, অন্ততঃ চেঁচাটো অলপ ভাগে। পানীৰ উষ্ণতা সম্বন্ধে এনেকুৱা এটা আন্দাজ কৰি এসময়ত তাই মেখেলা-চাদৰ এযোৰ লৈ পিছফাললৈ আহে; তামোল গছজোপাৰ পৰা পাগঘৰৰ মূধৰ বেৰখনলৈ টানি থোৱা তাঁৰডালত মেখেলা-চাদৰযোৰ ওলোমাই থয়; তাৰ পাছত লাহে-লাহে শিলচটাৰ ওপৰত বহে।

এই শিলচটা ক'ৰ শিল, কোনে কেতিয়া আনিছিল, তাৰ একে বৃত্তান্ত নির্মালিয়ে নাজানে, কিন্তু জন্মৰে পৰা তাই শিলচটা দেখি আহিছে। এই চটা শিলৰ ওপৰতে বহি, থিয় হৈ তাই গা ধুই আহিছে, কাঁহী-বাটি ধুইছে, কাপোৰ থুকুচিছে, মাকে গা ধুইছে, দেউতাক ভোলানাথ পিয়নে শুদা ভৰিৰে খোজ কাঢ়োঁতে-কাঢ়োঁতে ফাটি যোৱা গোৰোহাটো ঘঁহাই-ঘঁহাই অলপ মিহি কৰিছে। মুঠতে ঘৰখনৰ সকলো ধোৱা-পখলা কাম এই শিলচটাৰ ওপৰতে হৈছে। পানী পৰি-পৰি মাটিবোৰ কোমলাৰ কাৰণে শিলচটা বৰ বেছিকৈ তললৈ বহি যোৱা যেন দেখিলে কেতিয়াবা ভোলানাথে কেইহাতমান আঁতৰৰ আন এডোখৰ ঠাইলৈ লৰাই দিয়ে। কেইদিনমানৰ ভিতৰতে সেইডোখৰ ঠাইৰো মাটি কোমলে, বোকা হয়, নির্মালিয়ে গা ধোৱা ডাঙৰ বালটিটোৰ তলিৰ চকাটোও পোত খাই যায়; কাঁহী-বাটি মাজিবলৈ অনা ফুটছাই আৰু খেৰৰ সোপাবিলাক থানবান হৈ ঠাইডোখৰৰ চেহেৰাটো বেয়া হয়।

শিলচটাৰ ওপৰত বহি নির্মালিয়ে চাদৰখন আঁতৰাই পিঠিখন ৰ'দক উদঙাই দিয়ে; বালটিটোৰ পানীত আঙুলি কেইটামান ডুবাই বহুতপৰ এনেয়ে লিৰিকি-বিদাৰি থাকে। বহুত দিনৰ আগতে শিকা, অথচ আজিকালি নোগোৱা গান এটাৰ চাবি শাৰীমানকে ঘূৰাই-পকাই গাই থাকে, অথচ গাত পানী নাঢালে।

কেতিয়াবা দূৰৰ পৰা মাকে ভেকাহি মাৰি কয়, "খোৱ যদি খো, নোখোৱ যদি গুচি আহ। কিনো খেমালিখন কৰি আছ!"

"ক'তনো খেমালি কৰি আছোঁ? পানীবিলাক কিমান ঠাণ্ডা নাচাৱহি কিয়।" নিৰ্মালিয়ে কয়।

"ই—স"; মাক গৌৰীপ্ৰভাই দীঘলীয়াকৈ শব্দটো উচ্চাৰণ কৰে; তাৰ পাছত কয়, "সেইয়া পানীৰেই খলপুৱাতেই আমি গা ধোওঁ, আমাৰ ঠাণ্ডা নালাগে, এওঁৰহে ঠাণ্ডা লাগে!"

"বাৰু বাৰু, কোনো শোৱাৰ পৰা মুঠৌতেই তুমি কিটো গা ধোৱা আমি বুজিছোঁ। আমাক দেখুৱাই ধুবাচোন, তেতিয়াহে বুজিম কেই চামুচ পানী গাত ঢালা!"

এনেকুৱা কিছুমান সময়ত মাক-জীয়েকৰ মাজত তইৰ সলনি তুমি সম্বোধন চলে।

শিলচটাৰ ওপৰত বহি থাকি-থাকি এসময়ত নিৰ্মালিয়ে গাত পানী ঢালে। কেতিয়াবা এক-দুই—তাৰ পাছত তিনি বুলি কোৱাৰ লগে-লগে আৰম্ভ কৰি একে উশাহে দহ-বাৰ ঘটি পানী ঢালি দিয়ে। তাই এইটো ঠিক বুজে যে এবাৰ গাটো ভালকৈ তিয়াই লব পাৰিলে আৰু চিন্তা নাই। কিন্তু প্ৰথম পানী ঘটি ঢালিবলৈহে সাহ নহয়।

কিন্তু আজি প্ৰায় একে সময়তে গা ধুবলৈ আহি নিৰ্মালি আচৰিত হৈ গ'ল। শুদা গাটো চাদৰখনেৰে আধাখিনিয়াকৈ ঢাকি, গা ধুই উঠি সলাবলৈ মেখেলা-চাদৰযোৰ বাওঁহাতৰ কিলাকুটিৰ ভাঁজত পেলাই লৈ তাই পিছফাললৈ আহিছিল; কিন্তু কাপোৰযোৰ তাঁৰডালত ওলোমাই থবলৈ বুলি মূৰ তোলোঁতেই তাই থমক খাই ৰৈ গ'ল।

পিছফালে, নিৰ্মালিহঁতৰ জেওৰাৰ সিফালে যিখন বাৰী, সেই বাৰীখনত ডেকা ল'ৰা এটা থিয় হৈ আছে। যি মুহূৰ্তত নিৰ্মালিয়ে ল'ৰাটোক দেখিলে সেই মুহূৰ্তত সি আনফালে চাই আছিল; কিন্তু

পিছ মুহূর্ততে তাৰ চকু নিৰ্মালিৰ ওপৰত পৰিল। তাই লৰালৰিকৈ বুকৰ ওপৰৰ চাদৰখনৰ সোঁফালৰ পাৰিটো সোঁকালে ওপৰলৈ আৰু বাওঁফালৰ পাৰিটো পাৰেমানে বাওঁফালে কাষলতিৰ তললৈ টানি নিবলৈ চেষ্টা কৰিলে। কি কৰিব তাই লগে-লগে একো ঠিক কৰিব নোৱাৰিলে। এবাৰ ভাবিলে, ভিতৰলৈ লৰ মাৰে, কিন্তু তেনেকৈ লৰ মাৰিলে তাই যে লাজ কৰিছে, সেই কথাটো বৰ পৰিষ্কাৰকৈ ধৰা পৰে। অকণমান সময়, একো যেন হোৱাই নাই, এনেকুৱা ভাবত তাই মাটিৰ ফালে চাই ৰ'ল, তাৰ পাছত হাতৰ কাপোৰযোৰ তাঁৰডালৰ ওপৰত পেলাই দিলে ; কাপোৰযোৰে তাইৰ মুখখন আঁৰকৈ ধৰিলে ; কিন্তু মেখেলা আৰু চাদৰখনৰ মাজৰ সৰু ফাঁকটোৰেদি দেখিলে, ল'ৰাটোৱে লাহে-লাহে খোজ কাঢ়ি ফুৰিছে, ইফালে-সিফালে চাইছে, মাজে-মাজে নিৰ্মালিহঁতৰ ঘৰৰ ফালেও চাইছে। কাপোৰযোৰৰ আঁৰত মুখখন লুকুৱাৰ পাছত নিৰ্মালিৰ লাজত কাণ দুখন গৰম-গৰম লাগি গ'ল। ল'ৰাটোৱে বা কিমান আগৰে পৰা তাইক দেখিছিল! তাইবা কিমান অসাৱধান হৈ আছিল!

চাদৰখনেৰে গাটো যিমান পাৰে ঢাকি লৈ নিৰ্মালি অত্যন্ত গম্ভীৰ খোজেৰে, অকণো চঞ্চলতা প্ৰকাশ নকৰি ভিতৰলৈ সোমাই আহিল। এবাৰ তাই ভাবিলে মাকক সুধিব নে কি ক'ৰ ল'ৰা, কি কথা? কিন্তু নুসুধিলে ; সুধিবলৈও তাইৰ লাজ লাগিল।

নিৰ্মালিহঁতৰ ঘৰৰ সোঁফালে এজন পেনছন পোৱা দাৰোগাৰ ঘৰ। চোৰৰ ভয়তেই হওক বা অইন কাৰণতেই হওক, আল-কতৰাৰ ড্ৰাম কাটি কৰা টিন পাতেৰে দাৰোগাই চৌহদৰ চাৰিও সীমা ওখকৈ বেৰি লৈছে, ফলত নিৰ্মালিহঁতৰ পিছফালখনো আঁৰ হৈছে। বাওঁফালে কাঠৰ ব্যৱসায় কৰা মানুহঘৰৰ বাঁহৰ চকোৱাত নানা ধৰণৰ বনৰীয়া-ঘৰচীয়া লতা বগাইছে। চকোৱাখনে সেই-

কালটো ভালকৈ আঁৰ কৰি ৰাখিছে ; অন্ততঃ নুজুপিলে নিৰ্মালিহঁতক কোনেও নেদেখে। বাকী থাকিল পিছফাল।

পিছফালে এখন বাৰী। নিৰ্মালিয়ে চকুৰে মনিব পৰা হোৱাৰে পৰা বাৰীখন তেনেকৈ থকাই দেখিছে। বাৰিষা সৰু-সৰু বনৰীয়া গছে বাৰীখন ছাটি ধৰে, জাৰকালি আপোনা-আপুনি গছবোৰ শুকাই চাফা হৈ পৰে। বাৰীখনৰ এমূৰে থকা ঘৰটো নিৰ্মালিহঁতে নেদেখে, দাৰোগাৰ টিনপাতৰ বেৰে আঁৰ কৰি ৰাখে। ঘৰটোলৈ নিৰ্মালিহঁতৰ ঘৰৰ পৰা যাবও নোৱাৰি ; ৰাস্তাইদি গৈ, চাৰি আলিটোত ঘূৰিলে ঘৰটোৰ পদুলিটো পায় ; কেৱল পিছফালৰ বাৰীখনহে নিৰ্মালিহঁতৰ পিছফালে পৰে। বহুত দিনৰ আগতে ঘৰটোত পোন্ধৰ-বিছজনীমান অকণ-অকণ ছোৱালীৰে এখন বালিকা বিদ্যালয় বহিছিল ; এসময়ত গোটেইমখা ছোৱালীয়ে ওচৰৰে দেবলা দেবী প্ৰাইমেৰি স্কুলত নাম লিখালেগৈ ; সিহঁতৰ 'বাইদেউ'জনীয়েও সেইখন স্কুলতে চাকৰি এটা পালে। মুঠতে দুৰ্বল স্বাস্থ্যৰে বেছি দিন টিকি থাকিব নোৱাৰি বালিকা বিদ্যালয়খন আনখন স্কুলৰ বুকুত জাহ গ'ল।

তাৰ পাছত ভালেমান দিন খালী হৈ পৰি থকাৰ পাছত ঘৰটো নাৰ্ছৰ কোৱাৰ্টাৰ হ'ল। প্ৰথম দুদিনমান নিৰ্মালি আৰু গৌৰীপ্ৰভাই কিবা অসুবিধা হ'বনেকি ভাবি চাইছিল, কিন্তু যেতিয়া দেখিলে যে ঘৰটোৰ নতুন বাসিন্দা এটাইকেইজনীয়েই নাৰ্ছ, আনকি বান্ধনি এটাও নাই, তেতিয়া দুয়ো আস্বস্ত হ'ল। শিলচটাৰ ওপৰত ৰ'দত বহি-বহি গা ধোৱাত নিৰ্মালিৰ অকণো অসুবিধা নহ'ল। বৰঞ্চ কেতিয়াবা তাই পিছফালে জেওৰাখনৰ ওচৰলৈ যায়, সিফালৰ পৰা নাৰ্ছ কেইজনীমান আহে ; মাজৰ জেওৰাখনত পেটৰ ভেজা দি এটাইকেইজনীয়ে হাঁহি-মাতি কথা পাতে। পিছে নাৰ্ছ কেইজনীৰ কথা-বতৰাৰ ধৰণবোৰ নিৰ্মালিৰ সদায় ভাল নলগা হ'ল। ক'লা বৰণৰ, ওখ, আগ দাঁত দুটা অলপ উজলা, চচমা পিন্ধা নাৰ্ছজনীয়ে

এদিন তাইৰ হাতখনত চিকুট মাৰি কৈছিল "তোমাৰ নিচিনা চেহেৰা আমাৰ থকা হ'লে··· ।"

অৰ্থাৎ নিৰ্মালিৰ নিচিনা চেহেৰা থকা হ'লে এই দুনিয়াত তেওঁ এটা খেলা দেখুৱালেহেঁতেন ।

হঠাতে এদিন মাজ নিশা নাৰ্ছৰ কোৱাৰ্টাৰটোৰ পৰা হাই-উৰুমি শুনা গ'ল । পাছদিনা বহুতৰ বহুত কথা । কোনোৱে কয় চোৰ সোমাইছিল । কোনোৱে কয় চোৰ নহয় কিবাহে । ক'বলৈ মানুহৰ কথাৰ কি আকাল লাগিছে ! মুঠৰ ওপৰত কেইদিনমানৰ পাছত সেই ঘৰটোৰ পৰা নাৰ্ছৰ কোৱাৰ্টাৰ উঠি গ'ল । তাৰ পাছত ঘৰটোলৈ আৰু কোনো অহা নাই । বাৰীখনত জনপ্ৰাণী এটাও কোনো দিনে কাৰো চকুত পৰা নাই । পিছফাললৈ আহি নিৰ্মালিয়ে কোনো দিনেই গাৰ চাদৰখন ঠিক ঠাইত আছেনে নাই চাবৰ প্ৰয়োজন হোৱা নাই ।

কিন্তু আজি তাই গা ধুবলৈ আহি লাজত ৰঙা-চিঙা পৰি ভিতৰলৈ সোমাই গ'ল । ভিতৰত তাই অলপ সময় ভাবিলে— কি কৰা যায় । তাৰ পাছত মাকৰ দুখন, তাইৰ নিজৰ এখন, মুঠতে তিনিখন চাদৰ লৈ আকৌ তাই পিছফাললৈ ওলাই আহিল । সাউৎকৈ এবাৰ চাই দেখিলে, ল'ৰাটোৱে ঘূৰি-ঘূৰি বাৰীখন চাইছে । নিৰ্মালিয়ে তাঁৰডালৰ ওপৰত চাদৰ তিনিখন বহলাই মেলি দিলে ; গা-ধোৱা ঠাইডোখৰ ভালকৈ আঁৰ হৈ গ'ল । শিলচটাৰ ওপৰত অৰণ্যে ছাঁ পৰিল, কিন্তু তালৈ তাই ভ্ৰূক্ষেপ নকৰিলে ।

শিলচটাৰ ওপৰত বহি লৈ নিৰ্মালিয়ে আন দিনাৰ দৰে পলম নকৰিলে ; বহাৰ লগে-লগে গাত পানী ঢালিবলৈ আৰম্ভ কৰিলে । কিন্তু যেতিয়া গোটেই গাটো তিতিল, চাদৰখন গাৰ ভাঁজে-ভাঁজে লিপিট খাই সোমাই পৰিল, তেতিয়াহে যেন বতাহৰ চকু মেল খাই গ'ল । কিমান জোৰেৰে ব'ব লাগে তাৰ আন্দাজটো বতাহে যেন তেতিয়াহে পালে । তাঁৰত মেলি দিয়া চাদৰ কেইখন

বতাহত উৰিবলৈ ধৰিলে, তুখন চাদৰৰ মাজত একোটা ফাঁক ওলাবলৈ ধৰিলে। চাদৰ যিফালে উৰি যায় সেইফালেই গাটো লৰাই নিৰ্মালিয়ে নিজকে লুকুৱাবলৈ চেষ্টা কৰিলে। চাদৰৰ ফাঁকেদি সাউৎকৈ একোবাৰ চাই তাই দেখিলে,—ল'ৰাটোৱে বৈ সিহঁতৰ ঘৰৰ ফালে চাই আছে।

চাবোন-তাবোন ঘঁহি গা-ধোৱাৰ জঞ্জাল নিৰ্মালিৰ এনেয়েও নাই। ঘৰখনত গা-ধোৱা চাবোনৰ প্ৰচলনেই নাই বুলিব লাগে। কেতিয়াবা তাই ছিটিবাছত উঠি আগতে একেলগে পঢ়া কোনোবা ছোৱালীৰ তালৈ যোৱাৰ কথা থাকিলে, যিটুকুৰা চাবোন তাই গা ধোৱাৰ সময়ত চপাই লয়, তাৰে মাক গৌৰীপ্ৰভাই হালধি-মছলা বটি হাত ধোৱে, দেউতাক ভোলানাথ পিয়নে বাৰীৰ জলকীয়া-বেঙেনা পুলিৰ গুৰিত মাটি চপাই আহি হাত ধোৱে. নিৰ্মালিয়ে নিজৰ ব্লাউজো ধোৱে। ক'ৰবালৈ যাবলগীয়া থাকিলে নিৰ্মালিয়ে সেইটুকুৰা চাবোনকে তিতা চাদৰখনৰ আগ এটাত ঘঁহি, সেই আগটোৰে ডিঙি, গলধন, কিলা-কুটিলৈকে হাত তুখন, মুঠতে কাপোৰৰ বাহিৰত গাটোৰ যিখিনি ওলাই থাকে, সেইখিনি ঘঁহে ; ছিটিবাছত তাইৰ পিছৰ বেঞ্চখনতে যদি মতা মানুহ এটা বহা গম পায়, তেনেহ'লে তাইৰ বৰ অস্বস্তি লাগে। মানুহটোৱে যেন একেথৰে তাইৰ মুকলি গলধনটোকে তন্ন-তন্নকৈ চাই আছে, এনেকুৱা লাগে। আৰু যদি গলধনটো চাফা হৈ থকা নাই !

সদায় চাবোন ঘঁহি গা ধোৱাৰ প্ৰশ্নটো নুঠেই ; কাৰণ চাবোনটুকুৰা কেইদিনমানৰ ভিতৰতে বিস্কুটৰ নিচিনা পাতল হৈ এদিন মাজতে ভাগি দুটুকুৰা হয় ; তাৰে এটুকুৰা সাধাৰণতে হেৰায়, ইটুকুৰা চাওঁতে-চাওঁতে অদৃশ্য হয় ; আন এটুকুৰা নতুন চাবোন ঘৰ সুমুৱাওঁতে ভোলানাথে কেইবাদিনো লগায়।

আজি চাবোন ঘঁহাৰ কথাই নাই, বতাহ ববলৈ আৰম্ভ কৰাৰ পাছত নিৰ্মালিয়ে শিলচটাৰ ওপৰত তিষ্ঠিবই নোৱাৰিলে। বতাহৰ

গৰাকীজন যেন গছৰ আগত বহি আছে, এনেকুৱা ভাবেৰে তাই চকুহুটা ঘোপা কৰি ওখ গছবোৰৰ লৰি থকা ডাল-পাতলৈ এবাৰ চালে ; শিলচটাৰ পৰা নামি আহিল ; সলাবলৈ থোৱা মেখেলা-চাদৰযোৰ আঁজোৰ মাৰি তাঁৰডালৰ পৰা নমাই আনিলে ; তাৰ পাছত পাগঘৰটোৰ আঁৰলৈ লৰ মাৰিলে।

কাপোৰ-কানি সলাই কিছু সময়ৰ মূৰত নিৰ্মালি সাৱধানে তিতা কাপোৰযোৰ মেলি দিবলৈ আহিল। ল'ৰাটোৱে তেতিয়াও ইফালে-সিফালে চাই বাৰীখনত ঘূৰি ফুৰিছে।

গোটেই দিনটো নিৰ্মালিৰ লাজ লাগি থাকিল। মাজে-মাজে অইন কথাৰ মাজত পাহৰে, কিন্তু হঠাতে ঘটনাটো মনত পৰিলেই তাইৰ কাণ-মূৰ গৰম হৈ পৰে। এনেকুৱা লাজ লগা অৱস্থাত পৰাৰ কথা তাই কব নোৱাৰে। প্ৰফুল্লৰ আগতো কোনোদিনে এনেকুৱা লাজ কৰা তাইৰ মনত নাই। আনকি যিদিনা তাই প্ৰফুল্লৰ লগত তাইৰ বিয়া হ'ব বুলি শুনিছিল, তাৰ পাছদিনা তাৰ আগত ওলাওঁতেও তাইৰ ইমান লাজ লগা নাছিল।

প্ৰফুল্ল যেতিয়া প্ৰথম নিৰ্মালিহঁতৰ ঘৰলৈ আহে তেতিয়া নিৰ্মালিয়ে ভূগোলৰ বহীখন আনিবলৈ বুলি সন্ধিয়া হোৱাৰ পাছতো অকলে বন্তাইঁতৰ ঘৰলৈ গৈ নিৰ্বিঘ্নে উভতি আহিব পাৰে ; লৰালৰিৰ সময়ত হাত ধুই উঠি পিন্ধি থকা ফ্ৰকটোতে হাত মচি থব পাৰে। প্ৰফুল্লই গৌৰীপ্ৰভাৰ আগত তাৰ নিজৰ কথা, গাঁৱৰ ঘৰৰ কথা ক'লে, তাই ওচৰতে বহি শুনি থাকে।

প্ৰফুল্ল কোনোবা গাঁৱৰ ল'ৰা। নিজৰ বুলিবলৈ তাৰ কোনো নাই। গাঁৱৰ স্কুলৰ পৰা এবাৰ মেট্ৰিক পৰীক্ষা দিলে, ফেল কৰিলে। আৰু এবাৰ দি চাবলৈ তাৰ বৰ আগ্ৰহ আছিল, কিন্তু উপায় নাছিল। কাম-বন এটা বিচাৰি সি চহৰলৈ আহিল ; ভাবিছিল কিবা কাম এটা কৰি চহৰতে থাকিব, পাৰিলে প্ৰাইভেটকৈ এবাৰ পৰীক্ষাটো দিব। কাম সি সোনকালে পালে ;

ডাকঘৰৰ পিয়নৰ কাম। প্ৰথম অৱস্থাত কাম শিকিবৰ কাৰণে প'ষ্টমাষ্টৰে তাক এজন অভিজ্ঞ পিয়নৰ লগত সাঙুৰি দিলে ;— অভিজ্ঞ পিয়ন ভোলানাথৰ লগত।

প্ৰফুল্লই বৰ সোনকালে কাম শিকাৰ কাৰণেই যে ভোলানাথে তাক ভাল পালে এনে নহয়। অলপ চালাক-চতুৰ হ'লে সোন-কালে পিয়নৰ কামটো শিকি লোৱা একো ডাঙৰ কথা নহয় ; বহুতে শিকিছে ; কিন্তু বহুত পিয়নে কামত বৰ বেছি চতুৰালিৰো চিনাকি দিছে। ভোলানাথে প্ৰফুল্লক ভাল পালে অইন কাৰণত। কামৰ বাহিৰে ল'ৰাটোৰ যেন অইন চিন্তা নাই। কাম কৰি উঠি যদি অকণমান সময় আহৰি পাইছে, ডাকঘৰৰ ভিতৰৰ এটা চুকৰ টুল এখনত বহি আছে, যেন কাৰোবাৰ পৰা নতুন কামৰ হুকুম পাবলৈ ৰৈ আছে। এষাৰ অনাৱশ্যকীয় কথাও ভোলানাথে তাৰ মুখত শুনা নাই। কেতিয়াবা যদি অতি স্বাভাৱিক ভুল এটা কৰাৰ পাছত ভোলানাথে তাক শুধৰাই দিছে, তেনেহ'লে সি লাজ আৰু অনুতাপত তলমূৰ কৰিছে। অতি আপোন-আপোন লগা, আপোন বুলিবলৈ কেও-ক'তো নোহোৱা প্ৰফুল্লক ভোলানাথে মাজে-মাজে ঘৰলৈ মাতি লৈ আহে, হাঁহি-মাতি কথা পাতিবৰ চেষ্টা কৰি গৌৰীপ্ৰভাক চাহ এপিয়লা কৰিবলৈ কয়।

এই অঞ্চলটোত চিঠি বিলোৱাৰ ভাৰ পৰিলে, চিঠি বিলাই শেষ কৰি দুপৰীয়া প্ৰফুল্ল কেতিয়াবা ভোলানাথৰ ঘৰত সোমায়। ঘৰত নেমুটেঙা থাকিলে গৌৰীপ্ৰভাই তাক এগিলাছ চৰবত কৰি খুৱায়, নহ'লে চাহকে এপিয়লা যাচে। নিৰ্মালিয়ে তাক ককাইদেউ বুলি মাতে। তাৰ আগত সংকোচ কৰিবলৈ তাইৰ একো নাই। কেতিয়াবা তাই দোকানৰ পৰা আধাদিস্তা কাগজ, এটুকুৰা ৰবৰ,—এনেকুৱা দুটা-এটা বস্তু আনিবলৈ মাকৰ পৰা লৈ তাক পইচা দিয়ে ; প্ৰফুল্লই পাছদিনা চিঠি বিলাই উঠি বস্তুকেইটা কিনি গৌৰীপ্ৰভাৰ হাতত দি যায়।

তাৰ পাছত বহুত দিন গ'ল। এইবিলাক দিনত প্ৰফুল্ল ভোলানাথৰ সংসাৰলৈ আৰু আপোন হৈ ওচৰ চাপি আহিল। কেতিয়াবা আবেলি এক্সপ্ৰেছ চিঠি আৰু টেলিগ্ৰাম বিলাবলৈ ভোলানাথ ডাকঘৰত থাকিবলগীয়া হ'লে, প্ৰফুল্লই হাতত মোনাটো আৰু গৌৰীপ্ৰভাৰ পৰা পইচা লৈ বজাৰ কৰিবলৈ যায়। গৌৰীপ্ৰভাই বজাৰৰ কাৰণে যদি এটকা দিয়ে, আৰু বস্তু কিনোতে-কিনোতে ডেৰ টকা খৰচ হৈ যায়, তেনেহ'লে সেই আঠ অনা পইচাৰ হিচাপ কোনেও নাৰাখে; প্ৰফুল্লয়ো, গৌৰীপ্ৰভায়ো। কেতিয়াবা ভোলানাথে কামৰ জুমুৰিত ঘৰৰ ফালে মন কৰিবলৈ সময় কৰিব নোৱাৰে; ইফালে খৰিৰ অভাৱত হয়তো গৌৰীপ্ৰভাৰ চৌকা নজ্বলাত পৰিছে; কেঁচা খৰিৰ জুই ফুৱাওঁতে-ফুৱাওঁতে নাকৰ পানীয়ে চকুৰ পানীয়ে একাকাৰ হৈছে; এনে সময়ত প্ৰফুল্লই এগাড়ী খৰি আনি ভোলনাথৰ পিছফালৰ চোতালত পেলাই দিয়েহি। ভোলানাথ বা গৌৰীপ্ৰভাই খৰিগাড়ীৰ দাম যাচিলে প্ৰফুল্লই নলয়, লাজ কৰে। প্ৰায়েই ৰাতিৰ সাজটো সি ভোলানাথৰ ঘৰতে খায়। সি আধামাইল দূৰৰ কোনোবা গাঁৱৰ স্কুলীয়া ল'ৰাই পঢ়িবলৈ সাজি লোৱা জুপুৰী এটাত থাকে; ভাত খাই ৰাতি শুবলৈ তালৈ যায়গৈ। প্ৰথম সাজ ভাত খাওঁতে সি মূৰ তুলিবই পৰা নাছিল, আজিকালি সহজ হৈ গ'ল।

আজিকালি স্কুলৰ পৰা আহোঁতে নিৰ্মালি ৰঙা পৰি আহে। আধাখিনি বাট আহোঁতেই তাইৰ কাষলতিৰ তলৰ ব্লাউজ তিতি যায়; ঘৰত কিতাপ-বহী থৈ, চাদৰৰ আগেৰে মুখখন মচি, বাঁহৰ বিচনীখনেৰে দুবাৰমান বিচাৰ পাছতহে গম পায়, তাইৰ পিঠিখনো ঘামেৰে তিতি গৈছে।

বাটৰ কাষৰ পাণ-তামোলৰ দোকানীয়েও হঠাতে নিৰ্মালিৰ স্বাস্থ্যৰ সাৱধান লব খোজে। হয়তো গুড়িচালনীৰ তলেদি সৰকি পৰা পিঠাগুড়িৰ নিচিনাকৈ কিনকিনিয়া বৰষুণ আহিছে; বাটকৰা কোনেও সেই বৰষুণক গ্ৰাহ্য কৰা নাই; পাণ-তামোলৰ দোকানীজনে

নিৰ্মালিক কয়, "হেৰা ভনীটি, কিয় তিতিছা ? বৰষুণ এৰে মানে অকণমান সময় ইয়াতে বৈ যোৱা।"

কিতাপ-বহী, স্কুলৰ মাছুল,—এইবিলাকেই একমাত্ৰ খৰচ নহয় ; দুখীয়া মানুহৰ ছোৱালীয়ে বাটে-ঘাটে, আলিয়ে-পদূলিয়ে আৰু বহুত খৰচ ভৰিব লাগে। সহজ-সৰল, অকলশৰীয়া, দুখীয়া পিয়ন ভোলানাথে বুজিলে ইমান খৰচ ভৰাৰ সামৰ্থ্য তেওঁৰ নাই। তেওঁ গৌৰীপ্ৰভাক ক'লে, "যি হ'ল সেইখিনিয়েই হ'ব দিয়া ; আৰুনো কিয় লাগিছে ?"

প্ৰয়োজনতকৈ বেছি দিন স্কুললৈ নোযোৱাকৈ থকা দেখি এদিন জুৰ্জিনা-বৰ্ত্তাইঁতে নিৰ্মালিক নিবলৈ আহিল ; নিৰ্মালি নগ'ল ; কেৱল বৰ্ত্তাইঁত যোৱাৰ পাছত তাই কান্দিলে।

এদিন গৌৰীপ্ৰভাই ভোলানাথক লাহেকৈ ক'লে, "তাইলৈ পিছে মন কৰিছেনে নাই।"

ভোলানাথ উচপ খাই উঠিল। তেওঁ সুধিলে, "কি হ'ল তাইৰ ?"

"একো হোৱা নাই,"—গৌৰীপ্ৰভাই ক'লে ;—"কিন্তু তাই কেনেকুৱা জনী হৈছে মন কৰিছেনে নাই ?"

ভোলানাথে এইবাৰ বুজিলে। তেওঁ—"অ, তাইৰ চেহেৰাৰ কথা কৈছা ? নহ'ব কিয় ? মাক কেনেকুৱা।" বুলি হো-হোকৈ নিজৰ ৰসিকতাত নিজেই হাঁহিবলৈ ধৰিলে।

একালত গৌৰীপ্ৰভাৰো দহজনৰ চকুত লগা চেহেৰা আছিল। কপালখন খপ খুৱাই, চকু দুটা ঘোপা কৰি তেওঁ ক'লে, "কেনেকুৱাখন কৰে ! কিনো হয় মানুহটোৰ জানো ! ভীমৰতিয়ে ধৰে হ'বলা !"

অকণমান সময় আকাশৰ ফালে চাই থাকি ভোলানাথে দীঘলকৈ নিশাহ এটা এৰিলে। তাৰ পাছত নিজকে কোৱাৰ নিচিনাকৈ ক'লে,—"এৰা যিবিলাকৰ খুৱাবলৈ আছে, পিন্ধাবলৈ আছে,

সেইবিলাকৰ ঘৰতহে এনেকুৱা চেহেৰা শুৱায়। সেইটো চেহেৰা লৈ তাই মোৰ ঘৰত জন্ম লৈছে, তাইক মই চাকোঁ কিহেৰে ?"

গৌৰীপ্ৰভাৰ ইংগিতটোক লৈ ভোলানাথে দুদিনমান চিন্তা কৰিলে, তাৰ পাছত এদিন চমুকৈ প্ৰফুল্লৰ কথাটো উলুকিয়ালে।

তাৰ পাছৰ ঘটনা চমু। গৌৰীপ্ৰভাৰ আপত্তি নাছিল। প্ৰফুল্লক কথাটো কোৱাৰ লগে-লগে তাৰ মুখৰ যিটো চেহেৰা হ'ল, সেইটো চাবলগীয়া। দুদিনমান সি নিৰ্মালিহঁতৰ ঘৰৰফালে মুখকে কৰা নাছিল। বোধহয় পৃথিৱীৰ প্ৰতিটো ঘৰৰ প্ৰতিটো পত্নুলিয়েই তাৰ মনত নিৰ্মালিহঁতৰ পত্নুলি যেন লাগিছিল; কিন্তু তাৰ বোবা জীৱনৰ অপ্ৰত্যাশিত বিস্ময়, আকস্মিক বিহ্বলতা আৰু অচিনাকি অনুভূতিৰ অপাৰ কুঁৱলীৰ মাজত প্ৰত্যেকটো পত্নুলি যেন মনিব নোৱৰা হৈ হেৰাই গৈছিল। ডাকঘৰতে বহি তলমূৰকৈ ভোলানাথৰ লগত সি বহুত কথা পাতিলে। তাক অন্ততঃ ঘৰ এখন লাগে। গাঁৱৰ মাটিডোখৰ বেচি ইয়াতে ক'ৰবাত সৰুকৈ ঘৰ এটা সাজি লব পাৰিলে তাৰ সুবিধা হয়। এবছৰ, বৰ বেছি দুবছৰ সময় একো ডাঙৰ কথা নহয় ;—ভোলানাথে মত দিলে।

নিৰ্মালিয়েও কথাটো শুনিলে ; শুনাৰ লগে-লগে তাইৰ বুকুখন ধপধপাই উঠিল। বহুত অদ্ভুত-অদ্ভুত কথা তাইৰ মনলৈ আহিল। এজনী নিৰ্মালিৰ ভিতৰতে যেন বহুত নিৰ্মালিয়ে জন্ম ললে। তাৰে এজনীয়ে হাঁহিলে, এজনীয়ে কান্দিলে, এজনীয়ে এজনীক চিকুটি, কুটকুটাই দি জোকাবলৈ ধৰিলে, এজনীৰ ভয় লাগিল, এজনী হয়তো কাৰোবাৰ নিৰ্ভয় আশ্ৰয়ত, পৰম শান্তিৰে, গভীৰ টোপনিত এনেকৈ লালকাল হৈ পৰিল—যেন তাই আৰু কেতিয়াও সাৰেই নাপাব !

কিন্তু তাৰ পাছত যিদিনা প্ৰফুল্ল সিহঁতৰ ঘৰলৈ আহিল, সেইদিনা নিৰ্মালিৰ বৰ লাজ নালাগিল। ইমান দিনে দেখি অহা, লাহে-লাহে ঘৰখনৰ আপোন হৈ পৰা মানুহটোৰ আগত লাজ কৰিবলৈ

তাইৰ কোনো সুবিধা নাছিল। অতি সহজভাৱে নিৰ্মালিৰ মুখৰ পৰা ককাইদেউ সম্বোধনটো অন্তৰ্ধান হ'ল।

কেতিয়াবা নিৰ্মালিৰ লাজ কৰিবৰ মন যায়। ভোলানাথ যেতিয়া ডাকঘৰলৈ যায়, খাই-বৈ উঠি দুপৰীয়া গৌৰীপ্ৰভাই পাটী এখন পাৰি শোৱে, তেতিয়া নিৰ্মালিয়ে বিচনী এখন হাতত লৈ বহে। তাইৰ বুকুৰ চাদৰখন কোলাৰ ওপৰত পৰি থাকে। গৰম দিনৰ এই নিৰ্জন দুপৰীয়াটোত ব্লাউজটো তাইৰ নিতান্ত অপ্ৰয়োজনীয় যেন লাগে। নিজৰ গাৰ ফালে চাই এই সময়ত নিৰ্মালিৰ হঠাতে লাজ লাগি যায়; নিজৰ গাটোৰ ওপৰতে কিবা এটা অদ্ভুত লোভ লাগে। এই মুহূৰ্ততে যদি প্ৰফুল্ল ওলায়হি, তেন্তে তাই বোধহয় আঁৰলৈ দৌৰ মাৰিব। নাই, নহয়; প্ৰফুল্ল কেতিয়া আহিল কব নোৱৰাৰ ভাও ধৰি কেইটামান অসাৱধান মুহূৰ্ত কটাই দিব; তাৰ পাছত হঠাতে সন্ত্ৰস্ত হৈ উঠিব, তাই নিজে ধৰা পৰি যাব, তাৰ পাছত কথা সুধিলে প্ৰফুল্লয়ো উত্তৰ দিওঁতে থোকাথুকি লগাব, কিবা কব খুজি কিবাহে কব!

কিন্তু সঁচাকৈয়ে যদি এনেকুৱা সময়ত কেতিয়াবা প্ৰফুল্ল ওলায়হি, চকুৰ চমকতে ঘূৰি সি দুৱাৰৰ আঁৰ হয়, লাজত তাৰ কাণমূৰ গৰম হৈ যায়, কি কৰিব সি ভাবি নাপায়। শেষত সি ডাঙৰ-ডাঙৰকৈ কাহ কেইটামান মাৰে। কাহৰ পৰিষ্কাৰ শব্দত প্ৰফুল্ল কেতিয়া আহিল সেই সম্পৰ্কে ভুল কৰিবলৈ নিৰ্মালিৰ কোনো উপায় নাথাকে।

প্ৰফুল্লৰ আগত লাজ কৰাৰ নিৰ্মালিৰ কোনো সুবিধা নাছিল, প্ৰয়োজন নাছিল। কিন্তু লাজ পালে আজি। গা ধুবলৈ গৈ লাজত তাই লুকাবলৈ ঠাই বিচাৰি পোৱা নাছিল।

আবেলি সোধোঁ-নোসোধোঁকৈ মাকক তাই সুধিলে, "নাছৰ কোৱাৰ্টাৰলৈ কোনোবা মানুহ আহিছে নে কি মা?"

মাকে ক'লে, "ওঁ, হয় হ'বলা; ময়ো দেখিছোঁ—বাৰীখনত কোনোবা ঘূৰি ফুৰিছে।"

নিৰ্মালিয়ে পোনে-পোনে গা ধোৱাৰ কথাটো মুলিয়ালে ; কেৱল ক'লে, "আমাৰ দেখোন অসুবিধাই হ'ল।"

"এৰা, কিবা এটা কৰিব লাগিব।"—গৌৰীপ্ৰভাই ক'লে।

পাছদিনা ৰাতিপুৱা ডাঙৰ বালটিটোত পানী ভৰাবৰ সময়ত নিৰ্মালিয়ে দেখিলে বাৰীখনত কোনো নাই। কিন্তু ৰ'দ ওলোৱাৰ পাছত গা ধুবলৈ গৈ দেখে—ল'ৰাটোৱে বাৰীখনত কোৰ মাৰিছে। সেই একেটা ল'ৰা ; নীলা ৰঙৰ ডুৰিয়া পায়জামা আৰু বগা চোলা পিন্ধা ল'ৰাটো ; বাহুলৈকে চোলাৰ হাতটো কোচাই লৈ সি কোৰ মাৰিছে।

নিৰ্মালিয়ে তিনিখন চাদৰ তাঁৰডালত আঁৰি দি শিলচটাৰ ওপৰত বহি গা-ধুই গুচি আহিল। তিতা কাপোৰযোৰ মেলি দিয়াৰ সময়ত তাই বুজিলে ল'ৰাটোৱে মাজে-মাজে সিহঁতৰ ঘৰৰ ফালে চায়।

খাবৰ-জীৱৰ মন থকা উৎসাহী ডেকা ল'ৰা ; ঘৰটো ভাৰা লৈ বোধহয় সি ঠিক কৰিলে—বাৰীখন এনেয়ে পৰি থকাতকৈ কামত লগালে খাবলৈ দুডাল-এডাল শাক-পাচলিও ওলাব, স্বাস্থ্যটোও ভালে থাকিব। ল'ৰাটোৱে বাৰীখন চাফা কৰিলে, মাটি চহালে, আৰু যথেষ্ট পলম হোৱা সত্ত্বেও, কবি পুলি ৰুই দিলে। তাৰ পাছত এদিন কলপটুৱাৰে পুলিবিলাক ঢাকি দিলে। ৰাতিপুৱা ৰ'দ ওলোৱাৰ পাছত সি বাৰীলৈ আহে, অলপ সময়ৰ কাৰণে ঢাকোনবিলাক পুলিবিলাকৰ পৰা আঁতৰাই দিয়ে, গুৰিবিলাকত অলপ-অলপ পানী দিয়ে। এয়েই পুলিৰ সাৱধান লোৱাৰ সময়, এতিয়া ৰ'দ-পানী জোখমতে পৰিলেহে গছ ভাল হয়।

কিন্তু এইটোৱেই যে নিৰ্মালিৰ গা ধোৱাৰ সময় !

গৌৰীপ্ৰভাই ভোলানাথক কৈছিল,—ঘৰটোলৈ ডেকা-ডঙৰা মানুহ অহাৰ পাছত তেওঁলোকৰ, বিশেষকৈ নিৰ্মালিৰ পিছফালে ওলোৱা-সোমোৱা, ধোৱা-পখলা কৰাৰ অসুবিধা হৈছে। ভোলানাথে

কিবা এটা কৰিব লাগিব বুলি শলাগি থলে। কিন্তু বেৰ এখন দিবলৈ হ'লেও পাঁচ-ছটা বাঁহ লাগিল, কেইপোলামান ইকৰা লাগিল। নাই নাই বুলিও দহটা টকাৰ ঠেলা।

পাগঘৰৰ আঁৰত শুকান কাপোৰযোৰ থৈ তিনিখন চাদৰৰ আঁৰত গা ধোৱা নিৰ্মালিৰ অভ্যাস হৈ গ'ল। কেতিয়াবা বতাহে কাপোৰ উৰুৱায়, কেতিয়াবা মুকুৱায়। কাপোৰ সলাবলৈ কেতিয়াবা পাগঘৰৰ আঁৰলৈ নাহে, শিলচটাৰ ওপৰতে সলায়। এটা অদ্ভুত লাজে কিন্তু তাইক সদায় যেন সংকুচিত কৰি ৰাখে।

এদিন মেলি দিবলৈ বুলি তাঁৰডালৰ ওপৰত চাদৰ তিনিখন থৈ হঠাতে তাই লক্ষ্য কৰিলে, ল'ৰাটো বাৰীখনত নাই। এক মুহূৰ্ত্ত তাতে থিয় হৈ থাকি তাই গুচি আহিল। ভিতৰৰ চোতালত কিছুসময় এনেয়ে ইফাল-সিফাল কৰি তাই ঘূৰি ফুৰিলে।

গৌৰীপ্ৰভাই তাইক গা ধুবলৈ যোৱা দেখিছিল, এতিয়া চোতালত ঘূৰি ফুৰা দেখি বুজিলে, বাৰীখনত হয়তো কোনোবা আছে। তিনিখন চাদৰে গোটেই বাৰীখন আঁৰ কৰিবও নোৱাৰে। তেওঁৰো কেইবাদিনো এনেকুৱা হৈছে।

অলপ সময়ৰ পাছত নিৰ্মালি আকৌ পিছফাললৈ গৈ দেখিলে, ল'ৰাটো আহিল। লাহে-লাহে তাই চাদৰ তিনিখন বহলাই দিলে আৰু শিলচটাৰ ওপৰত উঠি গাত পানী ঢালিবলৈ আৰম্ভ কৰিলে।

সেইদিনা গধূলি পৰত ভোলানাথে পাগঘৰৰ বাৰান্দাত জুই একুৰাত ঠেৰেঙা লগা ভৰি-হাত সেকিছিল, ওচৰতে প্ৰফুল্লও বহি আছিল।

গৌৰীপ্ৰভাই ক'লে, "পিছফালখনৰ কিবা এটা ব্যৱস্থা কৰি নিদিয়ে কিয়? বাৰীখনত গোটেই দিনটো মানুহে কাম কৰি থাকে। মোৰ যেন তেন, তাইৰ বৰ অসুবিধা হৈছে নহয়।"

ভোলানাথে ইমান দিনৰ মূৰত যেন আজিহে সময় পালে,— সুধিলে, "ক'ৰনো মানুহ আছিল হয়নে ?"

গৌৰীপ্ৰভাই ক'লে, "জানো ! মই দেখাৰ ভিতৰত আমাৰ প্ৰফুল্লৰ নিচিনা ল'ৰা এটাহে দেখিছোঁ। বাৰীখনত কৰি পুলি লগাইছে হ'বলা।"

প্ৰফুল্ল তলমূৰকৈ বহি আছিল ; সি মূৰ তুলি এবাৰ গৌৰী-প্ৰভালৈ চালে।

পাছৰ দেওবাৰে ৰ'দ ওলোৱাৰ লগে-লগে ঘোঁৰাগাড়ী এখনত এগাড়ী ইকৰা আৰু বাঁহ লৈ প্ৰফুল্ল নিৰ্মালিহঁতৰ পদুলিত ৰ'লহি। ভোলানাথ আৰু সি লগ লাগি গোটেই দিনটো কাম কৰি শিলচটাৰ চাৰিও কাষ বেঢ়ি পেলালে। সোমাবলৈ কেৱল পাগঘৰৰ ফালৰ পৰা বাট এটা ৰাখিলে।

পাছদিনা গা ধুবলৈ ওলাওঁতে নিৰ্মালিয়ে ভুলতে চাদৰ তিনিখন হাতলৈ তুলি লৈছিল, কিন্তু মনত পৰাত থৈ দিলে। পিছফাললৈ আহি বেৰকেইখনৰ মাজত সোমাওঁতেই বালটিটোৰ পানী খাবলৈ অহা কাউৰী এটা উৰা মাৰি গুচি গ'ল। সলাবলৈ অনা মেখেলা-চাদৰযোৰ হাত মেলি তাই বেৰ এখনৰ ওপৰতে থলে। তাৰ পাছত তাই বাৰীখনলৈ চাই পঠিয়ালে, কিন্তু লগে-লগে যেন ভীষণভাৱে আহত হৈ তাইৰ দৃষ্টি উভতি আহিল। তাইৰ চকুৰ কেইহাতমান আঁতৰতে বেৰখন। একমুহূৰ্তৰ কাৰণে কিবা এটা নিৰ্বাক বেদনাত নিৰ্মালিৰ বুকুখন যেন মোচোকা খাই উঠিল।

কেইখোজমান আগবাঢ়ি গৈ নিৰ্মালি বেৰখনৰ কাষ চাপিল ; দুইহাতৰ আঙুলিৰে ইকৰাবোৰ দুইফালে আঁতৰাই অকণমান ফাঁক এটা কৰি, তাত চকু এটা থৈ তাই বাৰীখনলৈ চালে। ল'ৰাটো আছে। লাহে-লাহে সি পুলিবোৰ চাই ফুৰিছে। দুই হাতেৰে নিৰ্মালিয়ে ইকৰাবোৰ আৰু অলপ বহলাই ধৰিলে ; ফাঁকটো

আৰু অলপ বহল হ'ল ; এইবাৰ তাই ল'ৰাটোক ভালকৈ দেখিলে। ল'ৰাটোৱে নিৰ্মালিহঁতৰ ঘৰৰ ফালে চাইছে। কিন্তু সিতো তাইক দেখা নাই! নিৰ্মালিয়ে ছুই হাতৰ জোৰ আৰু অলপ বঢ়াই দিলে,—আৰু অলপ। নাই। ফাঁকটো অলপ বহল হ'ল, আৰু নহয়।

কিন্তু তাইক এনেকুৱা এটা ফাঁক লাগে যেন ফাঁকটো থকাৰ কাৰণেই গা ধোওঁতে তাইৰ লাজ লাগি থাকে।

কিন্তু কোনো উপায় নাই। প্ৰফুল্লই বেৰখনৰ গাঁঠিবোৰ বৰ মজবুতকৈ দি গৈছে।

---

লণ্ডন, ১৯৫৯ চন

# আবর্জনা

কেতিয়াবা একোটা বাকচ পুৰণি কাগজ, চিঠিপত্ৰৰে ঠাহ খাই থাকে ; সময় পালে এদিন বাছি-বাছি অলাগতিয়াল চিঠিবোৰ ফালি পেলাম বুলি ভাবোঁতেই যায়। হঠাৎ যেনিবা এদিন সময় পালো, বাকচটো খুলি ললো । বহুত বাছ-বিচাৰ কৰাৰ পাছত যেতিয়া বাকচটো আকৌ বন্ধ কৰিলো, তেতিয়া দেখা গ'ল কেইখনমান খাকী লেফাফাৰ কোম্পানিৰ চিঠি, যাৰ ল'ৰা-ছোৱালীৰ এতিয়ামানে চাগৈ অন্নপ্ৰাশন হৈ গ'ল তেওঁলোকৰ বিয়াৰ নিমন্ত্ৰণী চিঠি ইত্যাদিৰ বাহিৰে বাকী সকলো চিঠি বাকচতে সোমাই ৰল, ফলা নহ'ল।

জানো, কাগজ-পত্ৰবোৰৰ প্ৰায়বোৰেই অনাৱশ্যকীয় জঞ্জাল ; অথচ পেলাই দিবৰ সত নাযায়, ফালিবৰ মন নাযায়, পুৰিবলৈ বেয়া লাগে।

জীৱনৰ চুক-কোণবোৰত কেতিয়াবা কিছুমান বস্তু গোট খায় ; অনুভৱ কৰিব পাৰি বস্তুবোৰ নিতান্ত অলাগতিয়াল, আবৰ্জনাৰ নিচিনা ; জাৰি-জোকাৰি পেলাই দিব পৰা ক্ষমতাও আছে ; অথচ পেলাই দিবলৈ ওলালে থৈ দিবলৈ মন যায়।

ঠিক তেনেকুৱা জঞ্জাল খুচৰি আছিল ৰাধাই। ৰাধাৰ বয়সৰ এজনী তিৰোতাই অন্তৰত গোট খোৱা অতীতৰ জঞ্জাল খুচৰিছে বুলিলে মানুহজনীয়ে মূৰে-কপালে হাত দি বহি আছে যেন লাগে। নহয়, ৰাধাই ঠিকমতে ঘূৰি-পকি কাম কৰি আছিল। চকুত

তাইৰ অলপো উদাস-উদাস ভাব নাই, ভবিৰ খোজত অকণো মন্থৰতা নাই, কাম কৰা হাত দুখনত অলসতাৰ নামেই নাই! কেৱল এটা উত্তেজনা; মাজনিশা কিবা শব্দ এটা শুনি সাৰ পাই, দ্বিতীয় শব্দটোৰ পৰা মেকুৰী বুলি নিশ্চিত নোহোৱালৈকে যিকণ উত্তেজনা, তেনে এক উত্তেজনাত তাই নিজেও ডুবিছিল, কোঠালিটোকো ডুবাইছিল।

কোঠালিটোৰ জঞ্জালবোৰ আঁতৰাই, চাফ-চিকুণকৈ সজাই-পৰাই আলহী থাকিব পৰা কৰিব লাগে; সেইটোৱেই এতিয়া তাইৰ কাম। কিন্তু তাই লৰা-ঢপৰা টনা-আজোৰা কৰিছেহে কৰিছে, কোঠালিটোৰ চিক্কিল লগাৰ চেহেৰাই নাই: ঘৰটো ঠাণ্ডা কৰি ৰাখি এফালৰ পৰা হিচাপমতে কাম কৰি গ'লে ৰাধাৰ নিচিনা এজনী পাকৈত কামিলা তিৰোতাই কোঠালিটো নতুন দৰা-কইনা শুৱ পৰাকৈ সজাই দিবলৈও লগা উচিত বৰ বেছি এঘণ্টা। নাই; আগৰ কাম পিছ, পিছৰ কাম আগ কৰি তাই যোৱা এঘণ্টাৰ ভিতৰত এনেকুৱা এটা অৱস্থাৰ সৃষ্টি কৰিছে যেন অলপ আগতে কোঠালিটোত ডকাইত আৰু গৃহস্থৰ মাজত এখন যুদ্ধহে হৈ গৈছে। অথচ যিজন আলহী আহিব তেওঁ হ'ল অকলশৰীয়া মতা মানুহ, কেইৰাতিমানৰ কাৰণে দৰকাৰী কামত আহিছে, দিনটো কেনভাছাবৰ নিচিনাকৈ ঘূৰি-ঘূৰি ৰাতি নাক বজাই পৰি থাকেহি নেকি তাৰো ঠিক নাই; —তাৰ কাৰণেই ইমান!

এইটো কোঠালিৰ পৰা ভিতৰলৈ অহা-যোৱা কৰা দুৱাৰৰ পৰ্দাখন ধুবলৈ সোলোকাই নিয়াৰ পাছত লগোৱা হোৱা নাছিল, জাপি থোৱাতে আছে। মানুহ এটা থাকিব যেতিয়া, এতিয়া পৰ্দাখনৰ নিতান্ত প্ৰয়োজন। সেইটো কাম পিছ পেলাই থৈ ৰাধাই ইমানদিনে ক'ত আঁৰিব ঠিক কৰিব নোৱাৰি আলমাৰিত সুমুৱাই থোৱা তাইৰ নিজৰ, বিয়াৰ আগৰ, এনলাৰ্জ কৰা প্ৰকাণ্ড ফটো এখন দাঙি আনিলে; বেৰৰ কিনাৰে-কিনাৰে কোঠালিটোত ছুপাকমান ঘূৰি

বাতামত মাৰি থোৱা গজাল এটা আবিষ্কাৰ কৰিলে ; এচুকৰ পৰা চকী এখন, আনটো চুকৰ পৰা টুল এখন আনি জাপি, তাৰ ওপৰত উঠি, ডুবাৰমান থৰক-বৰক কৰি ফটোখন আঁৰি থৈ লাহে-লাহে নামি আহিল। চকী আৰু টুলখন য'ৰ পৰা আনিছিল ত'ত থলে। তাৰ পাছত কোঠালিটোৰ মাজত থিয় হৈ বৰ আগ্ৰহেৰে ফটোখনলৈ চাই দেখে,—ধূলি কেৱল ধূলি। ধূলিৰ ডাঠ চামনিৰ তলত তাইৰ ছবিয়েই আছেনে ভনীয়েকৰ ছবিয়েই আছে ধৰিবই নোৱাৰি। এচুকৰ পৰা চকীখন, ইচুকৰ পৰা টুলখন আনি তাই আকৌ জাপিলে ; টুলৰ ওপৰত উঠি ফটোখনলৈ হাত মেলি দিয়াৰ পাছতহে দেখিলে, ধূলি মচা কাপোৰটুকুৰা তলতে থাকিল। অলপ বিৰক্ত হৈ নামিবলৈ লৰালৰি কৰোঁতে চকীৰ ওপৰত টুলখন অকণমান লৰিল। তাই সাউৎকৈ বহি দিলে, সাৱধানে এখন ভৰি নমাই চকীখনত থলে, তাৰ পাছত নামি আহিল। পিছৰবাৰ কাপোৰ-টুকুৰাৰে ফটোখন মচোঁতে দূৰৰ ৰাস্তাত মটৰৰ শব্দ শুনি তাই কাণ থিয় কৰিলে,—আহিলেই নে কি ? নহয়, অইন কাৰোবাৰ গাড়ী।

বিছনা-চাদৰ, গাৰুৰ গিলিপ ধোবাই দিয়া চিনেই বিছনাখনত পৰি আছে, আৰু আলহী বুলিলেই বিছনাখনৰ ব্যৱস্থাটো আগ কথা ; কিন্তু ৰাধাই বিছনা-চাদৰখন বহলাই দিয়াৰ আয়োজন কৰা নাই ; তাৰ সলনি সৰু টিপয় এখন দাঙি লৈ এবাৰ অ'ত থৈছে, এবাৰ ত'ত থৈছে আৰু মনে-মনে ভাবিছে ঠিক কোনখিনিত থলে মানুহটোৱে বিছনাত দীঘল দি পৰি, গলধনৰ তলত গাৰু দুটা সুমুৱাই, অলপো কষ্ট নোহোৱাকৈ চাহকাপ তুলি লব পাৰিব। টিপয়খন থৈ ৰাধাই দৌৰ মাৰি শোৱা কোঠালিৰ পৰা ছাইদানি এটা লৈ আহিলগৈ ; বিছনাৰ পৰা মানুহটোৱে হাত মেলি দিলেই যাতে ছিগাৰেটৰ ছাইখিনি ঠিক ছাইদানিতে পৰে, তেনেকুৱা দূৰত্বত টিপয়খনৰ ওপৰত ছাইদানিটো থৈ দিলে। কিন্তু তাই এবাৰো

নাভাবিলে যে শোৱাৰ আগতে চাহ একাপ খোৱাৰ অভ্যাসটো মানুহটোৰ এতিয়া নাথাকিবও পাৰে; বিয়াৰ পাছত বহুত মানুহে ছিগাৰেট খোৱা কমায়;—মানুহটোৱেতো একেবাৰে এৰিও দিব পাৰে! তাইৰ দেউতাকে ধপাত-চুৰট নাখাইছিল; বিয়াৰ আগলৈকে তাই ছিগাৰেটৰ ধোঁৱাৰ লগত খেলিমেলি একেবাৰে কৰা নাই; তথাপি বিয়াৰ পাছত অনন্তক ছিগাৰেট খোৱাত তাই একো হুকা-বধা কৰা নাই; কেৱল কেতিয়াবা কৰিবলগীয়া কাম নকৰি একান্তমনে ছিগাৰেট হুপি থাকিলে তাই মুখ-চুখ বেকা কৰি কয়, "সেইডাল হুপিনো কি আৰামটো পায়?" অনন্তই চকু মুদি, পৰম তৃপ্তিৰে মুৰ দুপিয়াই-দুপিয়াই, অনাৱশ্যক মন্থৰ গতিৰে ধোঁৱাবোৰ উলিয়াই দি কয়, "তুমি কি বুজিবা!"

সন্ধ্যাৰ কথা বেলেগ হ'ব পাৰে। তাই একা-চেকা ছোৱালী। ভালত ভাল, অলপ ইফাল-সিফাল হ'লেই আঁকবীৰ জ্বংক উঠা দি উঠে। মানুহটোক তাই ছিগাৰেট এৰুউৱা কি কথা. ইচ্ছা কৰিলে কিছু সময় উশাহ লবলৈও বন্ধ কৰাই ৰাখিব পাৰে।

ইমানবোৰ কথা ৰাধাই ভবা নাই। তাই নিজৰ ইচ্ছামতে, যেনেকৈ মন যায় তেনেকৈ কোঠালিটো সজাইছে। এই মানুহটোৰ কাৰণে কোঠালি সজোৱাৰ অভিজ্ঞতা তাইৰ অতি সামান্য হ'লেও আছে। দুৰাতি হিমাদ্রিক ৰাধাই আলহী সুধিছিল। প্রথম ৰাতি গম পাইছিল, সি শোৱাৰ আগতে একাপ চাহ খায়। পাছদিনা দুপৰীয়া কোঠালিটো সাৰিবলৈ গৈ দেখিছিল, ছিগাৰেটৰ খালী বাকচ এটা ছিগাৰেটৰ টুকুৰা আৰু ছাইৰে ভৰি আছে।

সেই দুৰাতিৰ পাছত হিমাদ্রিৰ ইমান সান্নিধ্যলৈ ৰাধা আৰু অহা নাই। আজিকালি সন্ধ্যাই হিমাদ্রিৰ কোঠালি সজায়। এৰাতি-দুৰাতিৰ কাৰণে নহয়, প্রত্যেক ৰাতিৰ কাৰণে। কেনে-কৈবা সজায়! ৰাধাই সেইবোৰ ভবা নাই। তাইৰ নিজৰ যিকণ

মনত আছে, তাকে মনত পেলাই তাই কাম কৰি গৈছে। কেৱল তাইৰ অলপ উথপথপ লাগিছে; তাই কিবা এটা উত্তেজনা অনুভৱ কৰিছে; বিছনাখন আগতে পাৰিব লাগে, তাকে নকৰি যেনিবা ছাইদানিটো লৈ ইফাল-সিফাল কৰি আছে।

অৱশেষত ৰাধাই বিছনাখনত হাত দিলে। অনন্তৰ দেউতাকৰ দিনৰ দুজনীয়া পালেং। বিয়াৰ পাছৰ পৰা এইখন কোনেও ব্যৱহাৰ কৰা নাই। অকলশৰীয়া হিমাদ্ৰিৰ কাৰণে বিছনাখন বৰ প্ৰকাণ্ড হ'ব; হ'লেও উপায় নাই। ৰাধাহঁতৰ সৰু খাট-পালেং একো নাই।

নিজৰ গাৰ ফালে বিছনা-কাপোৰখন বহলাই, বেৰৰ ফালটো ঠিক কৰিবলৈ ৰাধাই আঁঠুকাঢ়ি বিছনাখনৰ ওপৰত উঠিল। সিফালৰ চুকটো তথাপি ঢুকি নাপায়। বহল বিছনা। আঁঠু কাঢ়ি-কাঢ়ি আৰু আগবাঢ়িলেও লেতেৰা ভৰি দুখন বিছনাত উঠে। ৰাধাই বিছনাত পেট পেলাই পৰি হাত মেলি-মেলি বেৰৰ ফালে কাপোৰখন বহলাই দিলে। তাৰ পাছত উঠিব খোজোঁতেই হঠাতে তাইৰ অনুমান হ'ল, কোঠালিটোত আৰু কাম নাই। বাওঁহাতৰ তলুৱাত মূৰটো থৈ, বিছনাখনত পৰি থাকিয়েই তাই চাৰিওফালে চকু ফুৰালে। আয়না-ফণি, গামোচা, চকী-মেজ, বেৰত ফটো, সকলো ঠিক হৈ গ'ল। ভিতৰত অৱশ্যে কাম পৰ্বত-প্ৰমাণ হৈ পৰি আছে। আলহীয়ে আহিয়েই কিবা এটা মুখত দিয়াৰ ব্যৱস্থা কৰিবলৈ ৰান্ধনি ল'ৰা কানাই ইতিমধ্যে কামত লাগি আছে যদিও, ৰাধাই চকুৰ আগত থাকি দিহা নিদিলে একো নহ'ব। তথাপি ৰাধা বিছনাখনতে পৰিয়েই ৰল। তাইৰ অলপ ভাগৰ লগা যেন লাগিল। আৰু যি মুহূৰ্তত্তে কামৰ পৰা মনটো আঁতৰি আহিল, সেই মুহূৰ্ততে সেই একেটা পুৰণি চিন্তা তাইৰ মনত লাহে-লাহে বিয়পি পৰিল।

এবাৰ তাই ভাবিলে, কি দৰকাৰ মানুহটোক জোকাই লোৱাৰ? বেচেৰা দুদিনৰ কাৰণে আহিছে; তদুপৰি সি

এইবাৰেই প্ৰথম অনন্ত আৰু তাইৰ আলহী হ'ব। ৰং-তামাচাত মত্ত হৈ থকা মানুহ; খাব-বব, ফুৰা-চকা কৰিব, অনন্ত আৰু ৰাধাৰ লগত হাঁহি-মাতি ফূৰ্তি কৰিব, তাৰ পাছত গুচি যাব। ইয়াৰ ভিতৰত আকৌ খোচাবিন্ধা কিহৰ! ৰাধাই জনা মতে হিমাদ্ৰি আৰু সন্ধ্যাৰ জীৱনত অকণো ওখোৰা-মোখোৰা নাই; কোনেও ক'তো উজুটি খোৱাৰ ব্যৱস্থা নাই। সিহঁতৰ জীৱনৰ মজিয়াত কোনোবাই ধেমালি কৰিবলৈ দিয়া আঁচ এডালক সিহঁতে প্ৰকাণ্ড ফাট বুলি ভয় খাই যাব পাৰে। পানী যিমানে স্থিৰ হৈ থাকে, তাত ঢৌ তুলি ৰং চাবলৈ সিমানে সুবিধা। তেনেকুৱা ধেমালি কৰা বা ৰং চোৱাৰ ইচ্ছা ৰাধাৰ সমূলি নাই। তথাপি…

পিছফালৰ বাৰান্দাত ধেমালি কৰি থকা কণজুনে বহুত সময়ৰ মূৰত ঘৰটোৰ নিৰৱতা ভাঙি চিঞৰি উঠিল, "সৌটো চৰাই, মা, অ'মা, সৌটো চৰাই—"

চৰাই কিয়, এই সময়ত পাগঘৰৰ মূধত ইন্দ্ৰৰ ৰথ নামিলেও ৰাধা ওলাই নাহে। চৰাইবোৰৰ নো আৰু কি কাম আছে! অ'ত পৰিব, ত'ত পৰিব, চিঁ-চিঁকৈ চিঞৰিব!

ৰাধাই ভাবিছিল—তথাপি…। পানী যিমানে স্থিৰ হৈ থাকে, সিমানে বেছি ৰহস্য তাত ডুবি থকা যেন লাগে। সন্ধ্যায়ো জানে, ৰাধায়ো শুনিছে, হিমাদ্ৰি পোন, সমান ৰাস্তাৰ যাত্ৰী। তথাপি ৰাধাৰ এনেকুৱা বিশ্বাস হয় যেন হিমাদ্ৰিয়ে বহুত ৰহস্য ক'ৰবাত ইমান দ'কৈ পুতি থৈছে যে সন্ধ্যাই খানি উলিয়াব পৰা নাই।

ৰাধা পোন হৈ বহিল। তাই অলপ অস্থিৰ হ'ল। তাইৰ মনটো অলপ উত্তেজিত হ'ল। হিমাদ্ৰি অইন মানুহ হোৱা হ'লে তাই ইচ্ছা কৰিলেই তাক এপাক নচুৱাব পাৰিলেহেঁতেন। কেৱল সন্ধ্যাৰ কাৰণে;—সন্ধ্যা তাইৰ ভনীয়েক।

ৰাধা আৰু সন্ধ্যা বাই-ভনী। সন্ধ্যাই যেতিয়া ট-ট কৈ চকু দুটা মেলি, হাত-ভৰি জোকাৰি বিছনাত চিৎ হৈ পৰি থাকে, ৰাধাই তাইক বুকুৰেদি গবা মাৰি ধৰি হেঁপোৰ-তেঁপোৰকৈ বাৰান্দালৈ দাঙি আনে; দূৰৰ পৰা কোনজনীয়ে কোনজনীক দাঙিছে ধৰিব নোৱাৰি। তাৰ পাছত তাই তাইক বাৰান্দাৰ পকাত থেকেচকৈ বহুৱাই দিয়াৰ লগে-লগে মাক স্নেহপ্ৰভাই উধাতু খাই দৌৰি আহি সন্ধ্যাক কোলাত তুলি লয়; ৰাধাক গালি পাৰে, "বৰ দন্দুৰী এইজনী! বলেও নোৱাৰে চলেও নোৱাৰে, শুই থকা ছোৱালীজনীক এনেয়ে টানি-আজুৰি লৈ ফুৰে! পকা মাটিখনত পৰা হ'লে?" তাৰ পাছত স্নেহপ্ৰভাই সন্ধ্যাক সোধে, "তাই তোমাক পেলাই দিছিল? দুখ পালানে কি তুমি? সেই দুষ্টজনীক মই বাৰু মাৰি দিম।" সন্ধ্যাই অকণ-অকণ আঙুলি কেইটাৰে মাকৰ চকু এটা খামুচি ধৰিব খোজে; চকুটোৰ ওপৰত থপ-থপকৈ মাৰে। ৰাধাই ওচৰতে থিয় হৈ থাকি নিজকে কোৱাৰ দৰে কয়, "ই—, মই বয়ে পায়ো আৰু!"

মাকে মুখতে ধৰে, "ইহ! বলে পৰা জনী নেদেখিছো!" তাৰ পাছত ৰাধাৰ ওঁঠ দুখন থ্‌প খাই, গাল দুখন অলপ ফুলি যোৱা যেন দেখি তেওঁ কয়, "লবি বাৰু দে, ডাঙৰ হচোন; ডাঙৰ হ'লেহে লব পায়।"

ৰাধা আৰু সন্ধ্যা ডাঙৰ হৈছে। স্নেহপ্ৰভাই দুইজনীৰ কাৰণে একেলগে এজাপ মেখেলা-চাদৰ বৈ উলিয়াইছে; কিছুমান কিনিছে। ৰাধালৈ স্কুলৰ কিতাপ কিনাৰ পাছত সন্ধ্যালৈ কিনিব-লগীয়া হোৱা নাই; ৰাধাৰ কিতাপেৰেই চলিছে। কিনিবৰ সময়ত কেৱল দেউতাক যোগানন্দই কয়, "আঁকি বাঁকি কিতাপবোৰ লেতেৰা নকৰিবি, অহাবাৰলৈ সন্ধ্যাক লাগিব নহয়।" সন্ধ্যাই মেট্ৰিক পৰীক্ষাৰ আয়োজন কৰোঁতে ৰাধাই ক'লে, "আমাৰ বাৰত আকবৰৰ কেৰেক্টাৰ আহি গৈছে, তই বাদ দে।" তাৰ পাছত কলেজ। যোগানন্দ

অত্যন্ত শান্তিপ্ৰিয় মানুহ, গতিকে ছোৱালী-কলেজ। দুজনী বাই-ভনীয়ে ৰাতিপুৱা-আবেলি কলেজলৈ অহা-যোৱা কৰে, গোটেই বাটটো হাঁহি-মাতি সিহঁত দুয়োজনীয়ে নিজৰ ভিতৰতে কিনো কয়, কিনো মেলে সিহঁতেহে জানে। বাটৰ কাষৰ কিমান মানুহে সিহঁতৰ ৰেহৰূপ চাই নিজৰ ভিতৰতে কিমান কি কোৱামেলা কৰিছে তেওঁলোকেহে জানে। ৰাধা আৰু সন্ধ্যাই সেইবোৰৰ একো ক'ব নোৱাৰে।

ক'ৰবাত কোনোবাই যদি এজনক কৈছে, "আজি সেই ৰাধা বোলা ছোৱালীজনীক দেখিলো ; বেচ চকুত লগা ছোৱালী, কি কয়?"—তেনেহ'লে ইজনে কৈছে,—"আপুনি সন্ধ্যাক দেখাই নাই।"

আৰু ঘৰৰ ভিতৰত। দুজনী কাণসমনীয়া উজ্জ্বল স্বাস্থ্যৰে ভৰপূৰ গাভৰু ছোৱালীয়ে কাপোৰৰ ঝৰপ-ঝৰপ শব্দ কৰি ইকোঠালিৰ পৰা সিকোঠালিলৈ অহা-যোৱা কৰি কাম কৰি ফুৰে ; এজনীয়ে গুণগুণকৈ গান গালে ইজনীয়ে কবিতা মুখস্থ মাতে। দুজনী গাভৰু ছোৱালীয়ে বতাহত বিয়পাই দিয়া উষ্ণতাখিনি এই পাঁচ-ছটা কোঠালিতে আবদ্ধ নাথাকি পদুলি ওলাই বাট-ঘাট চঞ্চল কৰি তুলিব পাৰে ; কিন্তু ৰাধা আৰু সন্ধ্যা নিজে অদ্ভুতভাৱে অচঞ্চল। জীৱনৰ ভঁৰালত তিলতিলকৈ কি গোট খাইছে সেইটো সিহঁত দুয়োজনীয়ে নিজে গম নোপোৱাটো বৰ অবাস্তৱ কথা, অথচ দেখিলে এনেকুৱা লাগে যেন সিহঁত একো-একোটা মৌবাহ ; নিৰৱ, নিশ্চল ; কিন্তু এটা সাধাৰণ টোকৰ পৰিলেই যেন গোটেই বননি গুণগুণাই উঠিব, ৰস নিগৰিব।

যোগানন্দ আৰু স্নেহপ্ৰভাক সম্মুখত ৰাখি ৰাধা আৰু সন্ধ্যাৰ ইয়াতকৈ বেছি চঞ্চল হোৱাৰ উপায় নাছিল। এইহাল মানুহে যি মায়াময় প্ৰশান্তিৰে ঘৰখন আৱৰি ৰাখিছিল, তাৰ মাজত কোনোবাই অকণমান লৰচৰ কৰিলেই ভূমিকম্প অহাৰ দৰে গোটেইখন থানবান

হৈ যাব যেন লাগিছিল। এদিন যেনিবা হঠাতে কোনোবা এজনীৰ মনটো উৰুঙা-উৰুঙা লাগিল, কিবা এটা মৃদু শিহৰণত গাটোৱে যেনিবা এঙামুৰি দি উঠিল। তাই কৰিব কি? বৰ বেছি তাই হয়তো বাৰান্দাৰ খুটা এটাৰ গুৰিত মনে-মনে বহি থাকিব। মাকে তেতিয়া ইজনীক কব, "মোহনক বজাৰলৈ যাওঁতে পইচা চাৰি অনা দি পঠাবিচোন।"

তাই সুধিব, "কিয় মা?"

স্নেহপ্ৰভাই কব, "ৰঙা-ৰঙা বেলুন কেইটামান আনিবলৈ। সৌজনী কেনেকৈ ওফন্দি আছে দেখা নাই?"

দূৰৰ পৰা যোগানন্দই মাত লগাব, "কিয়? কাঠৰ বাকচটোত ৰবৰৰ বল এটা আছে নহয়; তাকে উলিয়াই দিয়াচোন; বেলুন আহি পায় মানে খেলি থাকক।"

ইয়াৰ পাছত খুটাৰ গুৰিত বহি থকা জনীয়ে সকলোকে উদ্দেশ্য কৰি কব, "কথা ভাল নহ'ব কিন্তু কৈ দিছোঁ।"

যোগানন্দই 'ঐ আই' বুলি জাপ এটা মাৰি হাতত তৰোৱাল এখন থকা ভংগীৰে চোতালখনত ভূপাকমান ঘূৰিব আৰু ডাঙৰ-ডাঙৰকৈ বচন মাতিব, "ৰজা-প্ৰজা, ডা-ডাঙৰীয়া সকলো সাৱধান, কংস মহাৰাজ আহিছে।"

খুটাৰ গুৰিত বহি থকা জনীৰ উৰুঙা মন হাঁহিৰ খলকনিৰে ভৰি পৰিব; গাভৰু বুকুৰ উত্তপ্ত নিশ্বাস এটা ঘৰটোৰ শীতল বতাহত অতি অনায়াসে বিলীন হৈ যাব।

ৰাধা আৰু সন্ধ্যাই কলেজত পঢ়ে, কিন্তু এতিয়াও সিহঁতে দেওবাৰে ভূপৰীয়া যোগানন্দৰ পিঠি সুৰ-সুৰাই দিলে ঘণ্টাত দুঅনাকৈ পায়। পেট পেলাই পৰি থকা যোগানন্দৰ পিঠিত সিহঁতে আঙুলিৰে এ-বি-ছি-ডি লিখিব লাগে। বৰফলা লিখি শেষ হ'লে সৰুফলা লিখিব লাগে। দেউতাকৰ মানত সিহঁতৰ হাতৰ আখৰ এতিয়াও বেয়া। পিঠিত লিখোঁতেই তেওঁ গম পায়, বি আখৰটোৰ

ওপৰৰ পেটটো সৰু, তলৰটো ডাঙৰ হোৱাটো ভাল আখৰৰ লক্ষণ নহয়। সেওবাবে দুপৰীয়া ভাত খাবলৈ বহোঁতেই যোগানন্দই প্ৰশ্ন তোলে—আজি কাৰ পাল ?

"আমিয়েই সদায়-সদায় দি আছোঁ, মাই দিব নোৱাৰেনে কি ?" ৰাধাইঁতে কয়।

"মাৰে ?" যোগানন্দৰ মূৰত যেন ঘৰৰ মূধচটো খহি পৰে,—"মাৰে মোৰ পিঠি সুৰসুৰাই দিব ! হোঃ।" ভাত এগৰাহ মুখত ভৰাই তেওঁ কয়, "হাতত ধাৰ থকা চুৰি কটাৰী এখন দিবি. তেতিয়া দিব। মাৰে মোক কম হিংসা কৰে বুলি ভাবিছ ? চাচোন, মোক মাছকণ দিছে দেখিছ ? এইকণ মাছনো মানুহক দিয়েনে ?"

বৈৰৰ সিফালৰ পৰা স্নেহপ্ৰভাই কয়, "আজি গধূলিৰ পৰা তেখেতকে ভাত বহাবলৈ ক অ'।"

এইখন সংসাৰত চঞ্চল হোৱা ৰাধা-সন্ধ্যাৰ কাৰণে বৰ টান কথা। যোগানন্দ আৰু স্নেহপ্ৰভাই সিহঁতক কেতিয়াও একো কোৱা নাই, সিহঁত দুজনীয়েও কেতিয়াও নিজৰ ভিতৰত একো আলোচনা কৰা নাই ; তথাপি দুয়োজনীয়ে নিজে-নিজে ভাবি আছে, ঠিক এনেকুৱা এখন সংসাৰেই সিহঁতৰ কাৰণে বৈ আছে ; হয়তো ওচৰ চাপি আহি আছে ; আহি থাকক। সিহঁত অলপ অধৈৰ্য হৈ এবোজমান আগবাঢ়ি গ'লেই হয়তো বাট ভুল হৈ যাব ; —সংসাৰ বা আহে কোন পিনে, সিহঁত বা যায় কোন পিনে ! গতিকে যি আহি আছে, পচুলিলৈকে আহক, সিহঁতে কেৱল আগবঢ়াই লৈ আহিব। এটা মধুৰ প্ৰতীক্ষা।

লাহে-লাহে কলেজৰ দিনবোৰ কমি আহিল। ৰাধাই কলেজীয়া জীৱনৰ শেষ সীমাত ভৰি দিলে ; সন্ধ্যা পিছে-পিছে। বুকুৰ উম লাগি সিহঁতৰ প্ৰতীক্ষাই মাজে-মাজে ধৰফৰাই উঠিল। ৰাধাই কেতিয়াবা হঠাতে বহুত দূৰেদি যোৱা ঘোঁৰাগাড়ীৰ ঘোঁৰাৰ ভিত্তিত

জুমুকাৰ জুন-জুন শব্দ শুনিবলৈ পায় ; সন্ধ্যাই কেতিয়াবা সপোনত দেখে—বায়েক নাই, ক'ৰবালৈ গুচি গ'ল।

চকুত শকত ফ্ৰেমৰ চচমাৰে, চুৰিয়া-পাঞ্জাবি পিন্ধা, অচিনাকি বুঢ়া মানুহ এজন যোগানন্দক বিচাৰি আগফালৰ বাৰান্দাত থিয় দিলেহিয়েই ৰাধাৰ বুকুখন চিৰিংকৈ উঠে। বুঢ়াজনে যদি কেনেবাকৈ ৰাধাক "এইবাৰ হ'বলা তুমি বি.এ দিবা" বুলি সোধে, ইকোঠালিত সন্ধ্যা উচপ খাই উঠে ; এই বোধহয় বাইদেউ গ'ল।

গলো সঁচা। সন্ধ্যাৰ কলেজীয়া বান্ধৱী প্ৰতিভাই শহুৰেকৰ ঘৰলৈ গৈ দেখিলে যে শহুৰেকৰ বংশত অনন্ত নামেৰে এজন ডেকা আছে, দেখিলেই হেনো মানুহজন ৰাধাক বিয়া কৰাবলৈ জন্ম হোৱা যেন লাগে। প্ৰতিভাই অনন্তৰ মাকক বুজাই দিলে, "আপোনালোকে ঘৰ-তুৱাৰ চাব খুজিছে যদি যাওক, মোৰ আপত্তি নাই ; কিন্তু ছোৱালী চাবলৈ গ'লে লাভ নাই। এদিনত ছোৱালীৰ আচল চেহেৰাটোকেই নেদেখে। মই চাৰি বছৰ দেখি যি কৈছোঁ তাকে বিশ্বাস কৰক।"

পলম কোনেও নকৰিলে ; অনন্তয়ো, যোগানন্দয়ো। ওখ খাপৰ চৰকাৰী চাকৰিয়াল, ছফুট ওখ, স্বাস্থ্যবান, সুদৰ্শন ডেকা অনন্তৰ লগত ৰাধা গুচি গ'ল। বিয়াৰ ৰাতি কান্দি-কান্দি সন্ধ্যা অচেতন হৈ গ'ল।

ঘৰখন নিজম পৰি গ'ল। মৌন হৈ যোৱা যোগানন্দ-স্নেহপ্ৰভাৰ মুখ দুখনলৈ চাই-চাই সন্ধ্যাও যেন নিস্তেজ হৈ গ'ল। কিবা এটা প্ৰতীক্ষা কৰি-কৰি যে তাই কেতিয়াবা উন্মনা হৈ পৰিছিল, সেইবোৰ কথা ভাবি মাজে-মাজে তাই বিৰক্ত হ'ল ; মাজে-মাজে তাইৰ লাজ লাগিল।

কেৱল এবছৰৰ মূৰত যেতিয়া ৰাধাৰ ছোৱালী এজনী হোৱাৰ খবৰটো আহিল, সেইদিনা তাইৰ বুকুখন যেন হঠাতে এবাৰ মোচোকা খাই উঠিল।

যোগানন্দই ভাবিলে, যোৰা ভাগিল যেতিয়া ভাগিলেই।

সন্তানৰ প্ৰতি বেছি মায়াও কেতিয়াবা পাপ। মৰমত সন্ধ্যাক বুকুত সাবটি ৰাখিলে পাপ হ'ব। তেওঁ সচেষ্ট হ'ল ; ইফালে-সিফালে খবৰ পঠিয়ালে। খবৰ আহিলো বহুত। তাৰ ভিতৰত আহিল হিমাদ্ৰিৰ খবৰ। চাকৰিৰ মোহ পৰিত্যাগ কৰি দেশ-বিদেশ ঘূৰি ব্যৱসায়ৰ অভিজ্ঞতা গোটাই লৈ বিৰাট পাবলিছিং ফাৰ্ম খুলিছে হিমাদ্ৰিয়ে ; নিজেও কিবাকিবি লিখে। লক্ষ্মী বাকচত বন্দী, বাহিৰত পিয়াপি দি ফুৰিছে কেৱল যশস্যাই। হিমাদ্ৰিয়ে নিজে যোগানন্দলৈ চিঠি লিখিছে, ছোৱালী সি নিজে চাব, ছোৱালীৰ লগত কথা-বতৰাও পাতিব, যদি মাক-দেউতাকে বেয়া নাপায়।

চিঠিখন পঢ়ি যোগানন্দই স্নেহপ্ৰভাৰ মুখলৈ চাই যিটো হাঁহি মাৰিলে, ধুনীয়া ছোৱালীৰ বাপেকৰ মুখত সেইটো হাঁহি শুৱায়। তেওঁ ক'লে, "ল'ৰাৰ কলিজা আছে যেন পাওঁ। বাৰু আহক, চাওক, কি কোৱা ?"

স্নেহপ্ৰভাৰ বুকুখন কিহবাই যেন হেঁচা মাৰি ধৰিলে। সেই ৰাতিয়েই তেওঁ কান্দিলে।

মাৰ্চ মাহত অনন্ত অফিছৰ বৰমূৰীয়াৰ লগত মফচ্ছললৈ যোৱাৰ কথা। বন্দবস্ত আছিল দুমাহৰ কাৰণে ৰাধা মাক-দেউতাকৰ লগত থাকিবহি। যোগানন্দই লিখি পঠিয়ালে, আহ যদি কেইদিনমানৰ আগতেই আহ ; হিমাদ্ৰি অহাৰ সময়ত তই থাকিলে অলপ সুবিধা হ'ব।

এই দুটা মাহ যে অনন্তৰ পৰা আঁতৰত থাকিব, এইকণেই বোধহয় ৰাধাৰ জীৱনৰ প্ৰথম দুখ। অনন্তৰ ঘৰলৈ আহি তাই দেখিছিল, যিফালেই চায়, সেইফালেই সংসাৰ পূৰ্ণ ; যিহতে হাত দিয়ে সেয়েই সোণ হৈ যায়। অনন্ত আপোনভোলা, খোলা মনৰ মানুহ। অকণমান কথাতে হো-হোকৈ হাঁহে ; আৰু হাঁহিলে হাঁহিয়েই থাকে, ৰবই নোখোজে। বহুত টকা দৰমহাৰ চৰকাৰী চাকৰি ; অফিছৰ কামত অনন্ত সদায় দুদিন আগবাঢ়ি থাকে ; ৰাধাক দিবলৈও থাকে অপৰ্যাপ্ত

সময়। আৰু তুইটাৰ মাজত এবছৰীয়া ৰুণজুন ; ৰাতিপুৱাৰ পৰা গধূলিলৈকে তাই কিনো কলকলাই থাকে তাইহে জানে। আদি নাই, অন্ত নাই, কেৱল কলকলনি।

ইমান সুখো মানুহৰ কপালত থাকে! এটা আঁচোৰ খোৱাৰ যন্ত্ৰণা নাই, এক মুহূৰ্তৰ কাৰণেও কিবা এটা নোপোৱাৰ বেদনা নাই! নোপোৱাৰ বেদনানো পায় ক'ৰ পৰা, যদি তাই একো নিবিচাৰেই! আৰু নোপোৱাৰ প্ৰশ্ন নাথাকিলে তাইনো বিচাৰে কি?

তুমাহৰ কাৰণে অনন্তক এৰি দিবলৈ ৰাধাৰ কষ্ট হ'ল। ৰাধাই চিয়াঁহী ভৰাই নিদিলে যিটো মানুহে সদায় পাৰ্ছনেল এছিষ্টেণ্টৰ ফাউণ্টেনপে'ন ধাৰলৈ লবলগীয়া হয়, এই তুমাহ সময় কোনেনো চাগৈ সেই মানুহটোৰ আল ধৰিব? আৰু তাইৰ নিজৰ অৱস্থাটোৱেইনো কি ভাল? বাহুৰ ওপৰেদি অনন্তৰ হাত এখন পৰি নাথাকিলে, তাইৰ প্ৰায় ৰাতিয়েই টোপনি ভাগি-ভাগি যায়। তুটা মাহ!

দেউতাকে আকৌ মাতি পাঠিয়াইছে কেইদিনমান সোনকালে! যোগানন্দৰ চিঠিখন আকৌ এবাৰ পঢ়ি ৰাধাৰ অলপ লাজো লাগিল। নগ'লে মা-দেউতাই বা কি ভাবে! দেখুৱাবলৈ কাৰণোতো একো নাই! বাৰু। যোৱাই যাওক। তাতে সন্ধ্যাৰো বিয়াৰ আয়োজন হৈছে। এইটো যেনিবা ভাল কথা হ'ল। ৰাধা গুচি অহাৰ পাছত তাইৰ চাগৈ দিনবোৰ কেনেকৈ গৈছে! ভাল ঠাইত তাইৰ বিয়াখন হৈ গলেই হয়। দেউতাই যোগাৰ কৰিছে যেতিয়া ল'বা নিশ্চয় ভালেই হ'ব। অনন্তৰ নিচিনা হ'লেতো কথাই নাই।

যাবৰ সময়ত অনন্তই ক'লে, "সপ্তাহে এখন চিঠি যেনেতেনে দিবা। ৰুণজুনৰ যাতে ঠাণ্ডা-চাণ্ডা লাগিবলৈ নাপায়। খোৱা-বোৱাত নিজে চকু ৰাখিবা। মৰমতে যেয়ে যিহকে পায় তাকে খুৱালে কেনেবাকৈ কিবাকিবি—।"

ৰাধা ঘৰ পালেহি। হিমাদ্ৰি আহিবলৈ কেইদিনমান বাকী আছে ; কিন্তু ইতিমধ্যে তাৰ সম্পৰ্কে বহুত খবৰ যোগানন্দইঁতৰ কাণত পৰিছেহি। এনেকুৱা ল'ৰা বোলে সাধাৰণতে চকুত নপৰে। গোটেই পৃথিৱীৰ খবৰ তাৰ জিভাৰ আগত ওলমি থাকে। কথা টোঁৱাবই নোৱাৰি ; উত্তৰত মুখ চিলাইকল চলাদি চলে। আৰু চেহেৰা ? আহিলে দেখিবই নহয় !

হিমাদ্ৰি আহিল। তাক দেখিয়েই স্নেহপ্ৰভাই হাঁহি পেলালে। সন্ধ্যাক উলিয়াই দিয়াৰ চিন্তাত যিজনী মানুহৰ সময়ে-অসময়ে চকু চলচলীয়া হৈ আছিল, সন্ধ্যাৰ চকুলৈ চালেই বুকুখন গধুৰ-গধুৰ লাগিছিল, সেইজনী মানুহে হাঁহি ৰাখিব নোৱৰা হ'ল। যাওক, সন্ধ্যা যাওক, এইটো ল'ৰাই তাইক য'লৈকে নিয়ে লৈ যাওক ; তেওঁ আৰু চিন্তা নকৰে। কি কৰিব ভাবি নাপাই স্নেহপ্ৰভাই ৰাধা আৰু সন্ধ্যাকে ডবিয়ালে, "তহঁতৰ নো এতিয়াহে চুকত বহি মেল মাৰিবৰ সময় হ'লনে ?"

"অ ! আমাক আক' এনেয়ে ! আমি কি কৰিব লাগে ?" ৰাধা আৰু সন্ধ্যাই ক'লে।

কি কৰিব লাগে সন্ধ্যাই একেবাৰে ধৰিব পৰা নাছিল। তাইৰ এনেকুৱা লাগিছিল যেন তাইৰ কেৱল কোনেও নেদেখাকৈ লুকাই থাকিবলৈ ঠাই এডোখৰ হ'লেই হয়। হিমাদ্ৰিয়ে তাইৰ লগত কথা পাতিব, সেইটো চিন্তাতে তাই দুদিন আগৰে পৰা ঘামি আছিল। সেই পৰ্বটো উকলিল যেতিয়া, এতিয়া তাই কোনোমতে পলাই থাকিব পাৰিলেই হয়। মুখামুখি হ'লেই আকৌ বা কি সোধে ! হিমাদ্ৰিয়ে তাইক হঠাতে সুধিছিল, তাইৰ সীতাক ভাল লাগেনে দ্ৰৌপদীক ভাল লাগে। এইটোনো এটা প্ৰশ্ন হ'ল নে ? যোৱা বছৰ অনাৰ্ছ লৈ বি· এ· পাছ কৰা ছোৱালী সন্ধ্যা ; গোটেই দেশখনত নাম বিয়পাবলৈ আৰম্ভ কৰা ডেকা ল'ৰা হিমাদ্ৰি ; আৰু প্ৰশ্ন হ'ল সেইটো ! হিমাদ্ৰিৰ প্ৰথম চিঠিখন অহাৰ দিনাৰে

পৰা সন্ধ্যাই তাৰ প্ৰশ্নৰ উত্তৰ দিবলৈ সন্ত্ৰস্ত হৈ আছিল; ভাবি আছিল যিহকে নোসোধক, কিবা এটা নহয়, কিবা এটা তাই ক'বই।

অলপ সময় তললৈ চাই ভাবি সন্ধ্যাই কৈছিল, "জানো ; ভাবিব লাগিব, পাছত কম।"

"পাছত ?" শব্দটোৰ লগে-লগে কোঠালিটোত এটা অদ্ভুত মাধুৰ্য বিয়পি পৰিছিল। সন্ধ্যা নিজে ৰঙা পৰি গৈছিল। হিমাদ্ৰিয়ে হাঁহিছিল। এজনী ছোৱালীয়ে নিশ্চিন্ত হৈ তাৰ ওপৰত নিৰ্ভৰ কৰা যেন লাগিছিল।

"মই যাওঁ এতিয়া" বুলি সন্ধ্যা কোঠালিটোৰ পৰা ওলাই গৈছিল। অইনদিনা ঘৰত খৰম পিন্ধি থকা যোগানন্দই আজি পাম্পশ্ব পিন্ধি কেৱল এই কোঠালিটো বাদ দি বাকী কোঠালি কেইটাত খটখটকৈ ঘূৰি ফুৰিছে; ওচৰ-পাঁজৰৰ পৰা স্নেহপ্ৰভাৰ সৰু-সৰু কাহৰ শব্দ আহি আছে; এনেকৈ কথা পাতিবলৈ আয়োজন কৰি দিলেনো মানুহে কথা পাতিব পাৰেনে? কথা নিশ্চয় পাতিব, কিন্তু পাছত। অন্ততঃ সেইষাৰ কথাতো তাই ক'লে!

হিমাদ্ৰি দুৰাতি আছিল। সন্ধ্যাই ৰাধাক ক'লে, "যি য'ত লাগে যি কৰিব লাগে তই কৰ, মই নোৱাৰোঁ। কণজুনক মই ৰাখিম দে।" হিমাদ্ৰিৰ আগত তাইৰ নিজকে এক বিন্দুও পূৰণি কৰাৰ ইচ্ছা নাছিল; তাকো পূৰণি কৰিব খোজা নাছিল। একো-একোটা উশাহেৰে বুকুখন ভৰাই লৈ তাই নিশাহ এৰিবলৈ পাহৰি গৈছিল।

গা ধোৱা, খোৱা, শোৱা, হিমাদ্ৰিৰ এইবোৰ কামৰ আলপৈচান ধৰিবলৈ আহি ৰাধা অবাক হৈ গ'ল। ল'ৰাটোৰ পেটতনো ইমান কথা, ইমান প্ৰশ্ন গোট খাই আছেনে? হঠাতে সি যোগানন্দক সুধিছে, "আপুনি বাৰু এটা কথা ক'ব পাৰেনে; মানুহবোৰ যে জীৱনৰ শেষৰ ছোৱাত তীৰ্থলৈ যায়, আগৰ ছোৱাত নাযায় কিয়? ইয়াৰ আচল কাৰণ কি?"

স্নেহপ্ৰভাক সি এবাৰ সুধিলে, "বাৰু কওকচোন, সৰু কালত গান-বাজনা নিশিকাৰ কাৰণে এতিয়া আপোনাৰ কিবা আক্ষেপ হয় নে কি ?" স্নেহপ্ৰভাই উত্তৰ দিব কি, হাহোঁতে-হাহোঁতে তেওঁৰ পেটৰ বিষ উঠি গ'ল।

আটাইতকৈ দুৰ্ভোগ হৈছিল ৰাধাৰ। তাই ভাবি চালে—দুদিনত ইমান কথা আজিলৈকে তাই কৈ পাইছেনে নাই। নাই, নাই পোৱা। জীৱনত এই যেন প্ৰথম তাইৰ কথা কৈ ভাগৰ লাগিল। দ্বিতীয় ৰাতি শুবৰ সময়ত চাহকাপ দিবলৈ তাই সোমাই অহাৰ লগে-লগে হিমাদ্ৰিয়ে ক'লে, "এছ-ট্ৰেটো দি বৰ ভাল কাম কৰিলে দিয়ক। আজি আৰু আপোনালোকৰ মজিয়াখন নষ্ট নকৰোঁ।"

"নষ্ট কিটো কৰিব ? চাফা কৰা মানুহ আছে নহয় !"—ৰাধাই ক'লে, আৰু চাহকাপ টিপয়খনত নমাই থৈ কোঠালিটোৰ ইফালে-সিফালে চালে লাগতিয়াল বস্তু সকলো ঠিক আছেনে নাই। হিমাদ্ৰিয়ে হঠাতে সুধিলে, "দ্বিতীয় মহাযুদ্ধৰ সময়ত আপোনাৰ বয়স কিমান আছিল ?"

ৰাধাই হাঁহি-হাঁহি ক'লে, "জানো ক'ব নোৱাৰোঁ। যুদ্ধৰ কথা মোৰ একো মনত নাই।"

"মোৰো একে অৱস্থা। বৰ মিছ কৰিলো দিয়ক।" — হিমাদ্ৰিয়ে দুখ কৰি ক'লে।

"মিছ কৰিলে ? কি মিছ কৰিলে ?" — ৰাধাই আচৰিত হৈ সুধিলে।

"যুদ্ধখন। মই তেতিয়া ডাঙৰ হোৱা হ'লে চিধা যুদ্ধলৈ গলো-হেঁতেন। চাওকচোন, জীৱনটো কেনেকৈ মাটি হোৱাৰ উপক্ৰম হৈছে। উঠা নাই, নমা নাই; চাবি দিয়া ৰেলগাড়ীৰ নিচিনাকৈ চলিব লাগে, চলিছে। জীৱন বুলিলে নতুন-নতুন এডভেঞ্চাৰ, বিচিত্ৰ অভিজ্ঞতা, তেহে !"

পালেঙৰ মূৰত আঁউজাই থোৱা হিমাদ্ৰিৰ বহল বাহু দুটালৈ মুগ্ধ

দৃষ্টিৰে চাই ৰাধাই ভাবিলে, যুদ্ধৰ গুলীৰ আগত পাতি দিব পৰা বাহুয়েই হয়। হঠাতে হিমাদ্রিৰ চকুৱে-চকুৱে পৰাত তাই অইনফালে চকু ঘূৰালে। হিমাদ্রিয়ে অৱশ্যে চায়েই থাকিল। পিছফালে বেৰত লাইটটো, মাজতে ৰাধা। কোনোবা এটা মুহূর্তত, ভৰিৰ পৰা মূৰলৈকে ৰাধাৰ দেহৰ ঢৌৰ নিচিনা ৰেখাটো হিমাদ্রিৰ চকুত স্পষ্ট হৈ উঠিল। বেৰৰ এনলার্জ কৰা ফটোখনলৈ চাই সি সুধিলে, "আপোনাৰ এই ফটোখন কিমান দিনৰ আগতে তোলা ?"

"তিনি বছৰমান হ'ল হব পায়।"—ৰাধায়ো ফটোখনলৈ চাই ৰল। তায়ো যেন আজিহে ফটোখন চাবলৈ সময় পাইছে।

"অ' এটা কথা আপোনাক সোধাই নাই,"—অলপ গম্ভীৰ হৈ থকা হিমাদ্রিৰ ডিঙিত হঠাতে সেই কথকী ল'ৰাটোৰ মাত ফুটি উঠিল, —"আপোনাৰ বিয়া হোৱা কিমান দিন হ'ল ?"

"ডেৰ বছৰ।" ৰাধাই ক'লে।

তাৰ পাছ মুহূর্ততে ঘটনাটো ঘটিল। ৰাধা একেবাৰে প্রস্তুত নাছিল ; কওঁ বুলিয়েই ক'লে নে, এনেয়ে মুখেদি ওলাই গ'ল হিমাদ্রিয়ে নিজেও মন নকৰিলে ; নিজকে কোৱাৰ নিচিনাকৈ সি ক'লে, "মই ডেৰ বছৰৰ আগতে অহা হ'লেই ভাল আছিল নে কি !"

প্রথমতে কথাষাৰ ৰাধাই হিমাদ্রিয়ে গোটেই দিনটো বলকি থকা আগগুৰি নোহোৱা কথাবোৰৰ লগৰে এষাৰ বুলি ধৰিছিল, কিন্তু পাছ মুহূর্ততে তাই উচপ খাই উঠিল। কথাষাৰৰ প্রত্যেকটো শব্দই যেন আকৌ এবাৰ এটা-এটাকৈ কাণেদি সোমাই তাইৰ গোটেই বুকুখন কঁপাই তুলিলে। ৰাধা এবাৰ কঁপি উঠিল। সম্পূর্ণ আত্মবিস্মৃত হৈ তাই এক দৃষ্টিৰে হিমাদ্রিৰ মুখলৈ চাই ৰল। যেতিয়া সম্বিৎ উভতি আহিল, তেতিয়া তাই বৰ অস্থিৰ হৈ উঠিল। তাই কি কৰে এতিয়া ? তেনেকৈ থিয় হৈ থাকেনে, কোঠালিটোত ঘূৰা-পকা কৰে নে, ওলাই দৌৰ মাৰে ?

হিমাদ্রিয়ে পালেঙৰ মূৰত মূৰ থৈ নির্বিকাৰ দৃষ্টিৰে বেৰলৈ চাই

আছিল, যেন ক'তো একো হোৱাই নাই ; কেঁৱল ৰাধা ওলাই যাবলৈ বৈ আছে ; তাই গ'লেই যেন সি চোলাটো খুলি গাৰুত মূৰ থৈ শুব পাৰে।

গোটেই দেহৰ শক্তি মুখলৈ আনি ৰাধাই ক'লে, "পানী সৌ চুকৰ টেবুলখনতে আছে। আপোনাক আৰু কিবা লাগিব জানো?"

আৰু কিবা? "নাই, নালাগে ; তুৱাৰ মই মাৰিম, লাইটটোও মুমুৱাই লম বাৰু। আপোনাৰ ছুটী।"

ছুটী। ৰাধা লগে-লগে ওলাই গ'ল। বৰ চোকা মাষ্টৰৰ পিৰিয়ডৰ ঘণ্টা পৰিলে, অতি গাধা ল'ৰায়ো ইমান উশাহ পায়নে নাপায় সন্দেহ, ৰাধাই যিমান পালে।

ইটোঁৰ পিছত সিটোকৈ চাৰিটামান ছিগাৰেট শেষ কৰি হিমাদ্ৰিয়ে টোপনিয়াবলৈ উপক্ৰম কৰোঁতে ঘৰটো একেবাৰে নিস্তব্ধ। এইটো ঘৰতে তুখন বা তিনিখন বেৰৰ সিফালে 'পাছত' বুলি কৈ ছোৱালী এজনী শুই আছে। টোপনি গৈছে বা নাই! আজি হিমাদ্ৰিৰ প্ৰথম ধাৰণা হ'ল, পাছত বোলা শব্দটো অনাহকত যুগ-যুগ ব্যাপ্ত হৈ থাকিব পাৰে।

টোপনি নগ'ল ৰাধাৰ। মুখত অকণো বান্ধ নোহোৱা এনেকুৱা ল'ৰা তাই দেখা নাই। মুখলৈ যি আহে তাকে কয়। ডেৰ বছৰৰ আগতে অহা হ'লে ভাল আছিল,—কথাষাৰ সি সঁচাকৈয়ে ভাবিছে জানো? ৰাধাৰ মনটো আকৌ জিকাৰ খাই উঠিল। নাই, হ'বই নোৱাৰে। দেউতাকক তীৰ্থ ভ্ৰমণৰ কথা সোধা, মাকক সৰু কালত গান-বাজনা শিক্ষাৰ কথা সোধা, ছমহীয়া ৰুণজুনৰ হাত চাই তাই তেত্ৰিছ বছৰ বয়সত নাৰী-প্ৰগতি সমিতিৰ অফিছ ছেক্ৰেটেৰি হ'ব বুলি কোৱা, আৰু আজি ৰাতিৰ এই কথাষাৰ, সকলো বোধহয় একেটা হাঁহি-ধেমালিৰ সুৰতে বন্ধা। কিন্তু হিমাদ্ৰিয়ে যেতিয়া দ্বিতীয় মহাযুদ্ধত যোগ দিয়াৰ

কথা কৈছিল, তাৰ জীৱনৰ আকাংক্ষাৰ কথা কৈছিল, তাক তেতিয়া বৰ গম্ভীৰ দেখা গৈছিল; কথাবোৰ আন্তৰিকতাৰে কোৱা যেন লাগিছিল। এনেকুৱাওতো হ'ব পাৰে যে আজি ৰাতি হিমাদ্ৰিয়ে কেৱল তাৰ অপূৰ্ণ আশা-আকাংক্ষাৰ কথাই কৈ গ'ল! যুদ্ধত যোগ দিবলৈ নোপোৱাৰ দুখ আৰু ডেৰ বছৰৰ আগতে নহাৰ দুখ কিজানি একে ধৰণৰ দুখ!

ৰুণজুনৰ ফালে মুখ কৰি পৰি থকা ৰাধাই ইফালে বাগৰ সলালে। তাই মনৰ ভিতৰত কাহানিও নকৰা এটা উত্তাপ অনুভৱ কৰিলে। যেন ইমান দিনে নিৰ্জন আশ্ৰমৰ ঘাঁহনিৰ ওপৰেদি খোজ কাঢ়ি আহি-আহি হঠাতে তাই এখন খৰস্ৰোতা নৈৰ আগত ওলাই চিন্তিত হ'ল, বিস্মিত হ'ল; নাইবা তাইৰ পিয়াহ লাগি গ'ল। নাইবা, সমান ৰাস্তাইদি আহি অকস্মাতে উজুটি খোৱাৰ মৃদু যন্ত্ৰণাত তাই অস্বস্তি অনুভৱ কৰিবলৈ ধৰিলে।

হিমাদ্ৰিয়ে যদি ধেমালি কৰিছিল, তেনেহ'লে সি নিশ্চয় অন্যায় কৰিছিল। এনেকুৱা ধেমালি জানো কৰিব পায়!

সন্ধ্যাৰ বিয়া হৈ গ'ল। যোগানন্দই দুই হাতেৰে পাৰে মানে পইচা খৰচ কৰিলে। জীৱনৰ এই শেষ দায়িত্বটোৰ কাৰণে যাতে অকণমানো অনুতাপ কাহানিও নহয়, তাৰ কাৰণে সকলো ব্যৱস্থা কৰিলে। স্নেহপ্ৰভাই সোণেৰেই সন্ধ্যাৰ গা ঢাকি দিলে আৰু চকু পানীৰেই তাইক গা ধুৱাব খুজিলে। ওচৰ-চুবুৰীয়া, আনকি ৰাধায়ো স্বীকাৰ কৰিলে, সন্ধ্যাৰ লগত দিয়া সম্পত্তিৰে তাইৰ পিছৰ তিনি পুৰুষে বিয়া পাতিব পাৰিব। ইমান বিৰাট আয়োজনৰ বিয়া এখন আকৌ খাবলৈ এই চহৰৰ মানুহে কিছুদিন বাট চাব লাগিব।

যিমান গা ঢালি বিয়াখনত খাটিব লাগিছিল, ৰাধাই সিমান নোৱাৰিলে। বৰ সাৱধানে ৰখা সত্ত্বেও ৰুণজুনৰ পানী লগা জ্বৰ হ'ল। বিয়াৰ হুলস্থুলত মতলীয়া হৈ থকা বোৱাৰী-জীয়ৰীবোৰৰ

কাকো আমনি কৰিবলৈ তাই ভাল নাপালে ; নিজেই ৰুণজুনৰ লগত লাগি থাকিল।

সন্ধ্যাক লৈ হিমাদ্রি মটৰত উঠাৰ সময়ত ৰাধাই হঠাতে এবাৰ ভাবিবলৈ চেষ্টা কৰিলে, ডেৰ বছৰৰ আগতে এই দৃশ্যটো কেনেকুৱা হ'ব পাৰিলেহেঁতেন !

তাৰ পাছত ৰাধা অনন্তৰ ওচৰলৈ গুচি আহিল। মনৰ ওপৰত সৰু-সৰু বুৰবুৰণি তুলি হিমাদ্রি লাহে-লাহে ডুবি গ'ল। কোনোবা চুক এটাত সি এটা জঞ্জালৰ নিচিনাকৈ লাগি ৰল, বাকচৰ চুকৰ পুৰণি চিঠিৰ নিচিনাকৈ ; — পেলাই দিব খুজিলে থৈ দিবৰ মন যায়।

মাজে-মাজে ৰাধাৰ মনটো জোকাৰি দি যায় প্রতিভাই। প্রতিভাৰ অৱস্থাটো অলপ সুকীয়া। তাই কলেজীয়া দিনৰ সন্ধ্যাৰ নলে-গলে লগা বান্ধৱী, ৰাধাৰো। সন্ধ্যা আৰু ৰাধাই যিবোৰ কথা মুখামুখিকৈ পাতিব নোৱাৰে, প্রতিভাই বেলেগে-বেলেগে দুইজনীৰে লগত সেইবোৰ কথা পাতে। আজিকালি সন্ধ্যাৰ লগত প্রতিভাৰ সাপ্তাহিক চিঠি-পত্রৰ আৰু ৰাধাৰ লগত সদায় দেখাদেখি হোৱাৰ সম্বন্ধ। সন্ধ্যাই ইমান দীঘলীয়া চিঠি লিখে যে শাহু-শহুৰ, দেওৰ-ননদেৰে ভৰা সংসাৰত উশাহ লবলৈ সময় নোপোৱা প্রতিভাই ভাবে, তোৰ কাম-বন নাই নে কি ? তয়ে আছ দে। চিঠিখন পঢ়ি উঠি তাই সময় পালেই ৰাধাৰ ওচৰলৈ দৌৰ মাৰে ; সন্ধ্যাই কি লিখিছে ৰস লগাই-লগাই ৰাধাক কয়। সন্ধ্যাই হেনো লিখে, হিমাদ্রিৰ অন্তৰৰ একেবাৰে তলিত তাই আটোম-টোকাৰিকৈ অকণমান ঘৰ এটা সাজি লৈছে। ঠাই ঘৰ সকলোৰে খৰচ হিমাদ্রিয়ে নিজে বহন কৰিছে : ঘৰটোৰ ভিতৰত সন্ধ্যা কেৱল চকু মুদি, পৰম শান্তিত পৰি থাকে।

প্রতিভা, ৰাধা দুয়োজনীয়ে হাঁহে। ৰাধাৰ হাঁহিটো কিন্তু

সোনকালে মাৰ যায়। সন্ধ্যা সংসাৰৰ আও-ভাও নোপোৱা আজলী ছোৱালী; তাই মানুহ চিনি পাওঁতে ভুল কৰাটো স্বাভাৱিক। তাই যিখিনিক হিমাদ্ৰিৰ অন্তৰৰ একেবাৰে তলি বুলি ভাবিছে, সেইখিনি আচলতে জানো তলি হয়? নহয়, তাৰ তললৈও আৰু ঠাই আছে। ৰাধাই জানে। সেই একেবাৰে তলিৰ ঠাইবোৰহে বিপদজনক; তাত অলপ লৰচৰ হ'লে ওপৰৰ ঘৰ-দুৱাৰবোৰৰ ক্ষতি হয়। সন্ধ্যাই আকৌ ঘৰটো সাজিছে তাৰ ওপৰতে!

বহুত দিনৰ মূৰত সন্ধ্যাই প্ৰতিভালৈ লিখিলে, হিমাদ্ৰিৰ অন্তৰৰ গোপন ঘৰটোত শুই তাই তাৰ অন্তৰৰ আৰু গোপন, আৰু গভীৰৰ শব্দ শুনিবলৈ পাইছে নিজৰ ভিতৰতে।

সঁচা জানো? কথাবোৰ সঁচা বুলি ভাবিবলৈ ৰাধাৰ বেয়া লাগিল। সন্ধ্যাই চুচৰি-চুচৰি একেবাৰে তলিলৈকে যাবগৈনে কি? হিমাদ্ৰিনো ইমান অমিতব্যয়ী হ'বনে? এটা কথা ভাবি ৰাধাই অকণমান মধুৰ সুখ অনুভৱ কৰিলে, — হিমাদ্ৰিৰ অন্তৰৰ তলিৰ সেইকণ ঠাই এনেয়ে পৰি থাকক, তালৈ কোনো যাব নালাগে। তাই নিজেও হয়তো নাযায়, তথাপি থাকক। বহুত মাটি-বাৰী, ঘৰ-দুৱাৰৰ মালিকে অইন এখন চহৰত কেতিয়াবা মাটি এটুকুৰা কিনি থৈ দিয়ে; ঘৰ-দুৱাৰ নাসাজে; ভাবে — কিনি থলো, থাকক।

মাজতে কিছুদিন চিঠিপত্ৰ নাই, তাৰ পাছত এদিন সন্ধ্যাৰ চিঠিখন হাতত লৈ প্ৰতিভা ৰাধাৰ ওচৰলৈ দৌৰিল। সন্ধ্যাৰ ল'ৰা এটা হ'ল। দহদিন হৈছে, সি পোহৰ চিনি পোৱা হ'লেই; লাইটটোৰ ফালে থৰ লাগি চাই থাকে। সন্ধ্যাই ধৰিব পৰা নাই; কিন্তু ওচৰৰ বুঢ়ী দুজনীমানে কৈছে, ল'ৰাটো দেখিবলৈ একেবাৰে হিমাদ্ৰিৰ নিচিনা। হস্পিটেলৰ পাল্লাত জুখিছিল, ন পাউণ্ড ওজন। তাৰ কাৰণে ভাল নাম এটাৰ কথা তহঁতেও ভাবিবিচোন।

খবৰটো দি সন্ধ্যাই ৰাধালৈকো লিখিছে। ৰাধাই কণজুনৰ

মুখলৈ এবাৰ ভালকৈ চালে; একেবাৰে স্নেহপ্ৰভাৰ নিচিনা তাইৰ মুখ, কোনো সন্দেহ নাই। নিজৰ মাকৰ চেহেৰাটো ৰুণজুনৰ মুখত আৰু উজ্জ্বল হৈ জীয়াই থাকিব, — এইটো কথাত ৰাধাই ইমানদিনে এটা গৰ্ব অনুভৱ কৰিছিল। কিন্তু আজি তাই ভাবিলে এইটো স্বাৰ্থপৰ চিন্তা। এটা বস্তু যাক উপহাৰ দিব, তেওঁৰ সন্তুষ্টিলৈ লক্ষ্য ৰাখিলেহে উপহাৰৰ মৰ্যাদা বাঢ়ে হ'বলা। ৰাধাৰ এটা অনিচ্ছাকৃত ভুল কৰি পেলোৱা যেন লাগিল। সন্ধ্যাই নিজৰ দেহৰ ভিতৰৰ পৰা হিমাদ্ৰিক তাৰ চেহেৰাৰ শিশু এটা উপহাৰ দিয়াটোৱে দুটা প্ৰাণ আৰু নিবিড়ভাৱে এক হৈ যোৱাটো বুজায়নে কি বাৰু? কথাবোৰ চিন্তা কৰি ৰাধাৰ বিৰক্তি লাগিল।

দিনে-দিনে তাইৰ বিৰক্তিটো বেছি হৈ গ'ল প্ৰতিভাৰ ওপৰত। তাইৰ কি দৰকাৰ সন্ধ্যাৰ চিঠি এখন পালেই দৌৰি আহি ৰাধাক শুনোৱাৰ! ৰাধাক শুনোৱাৰ দৰকাৰ হ'লে সন্ধ্যাই নিজে লিখিব নহয়! অৱশ্যে মুখ ফুটাই তাই প্ৰতিভাক একো ক'ব নোৱাৰিলে। প্ৰতিভাই কৈ যায়, তাই শুনিব লাগে শুনি যায়; আৰু প্ৰতিভা যোৱাৰ লগে-লগে কথাবোৰ পাহৰিবলৈ চেষ্টা কৰে। সন্ধ্যাৰ অসংখ্য চিঠিৰ পৰা তাইৰ এটা ধাৰণা লাহে-লাহে মনত বিয়পিল, হিমাদ্ৰিয়ে অন্তৰৰ তলিৰ ঠাইকণো দি দিলে। বেঙা মানুহ; ধেঁৱাখুলীয়া মানুহ; সম্পত্তি ৰাখি খাব নজনা মানুহ।

সেই হিমাদ্ৰি তিনিবছৰৰ মূৰত আজি আহিব অনন্ত আৰু ৰাধাৰ আলহী হ'বলৈ। এখন কিতাপৰ প্ৰদৰ্শনী হৈছে; লেখক আৰু প্ৰকাশক হিচাপে হিমাদ্ৰি কৰ্মকৰ্তাসকলৰ দ্বাৰা সসম্মানে নিমন্ত্ৰিত হৈছে। দুৰাতি থাকিব। চিঠিখন পঢ়ি খবৰটো শুনোৱাৰ লগে-লগে ৰাধা অনন্তৰ সন্মুখৰ পৰা আঁতৰি গ'ল। ভৰিৰ পৰা মূৰলৈকে তাইৰ গাটো ৰিম-ঝিম কৰি উঠিল। অনন্তৰ চকুৰ পৰা এইকণ উত্তেজনা লুকুৱাব পৰা শক্তি তাইৰ নাছিল। বহুত পৰ তাই আঁতৰে-আঁতৰে ঘূৰি ফুৰিলে। এটা অস্থিৰতাৰ লগে-

লগে যিটো প্ৰশ্নই তাইক আমনি কৰি আছিল, সেই প্ৰশ্নটো তাই অনন্তক সুধিলে ৰাতি ; "লগত সন্ধ্যা আহিব নে নাহে ?"

"ক'তা একোতো লিখা নাই ! সন্ধ্যা অহা হ'লেতো নিশ্চয় উল্লেখ কৰিলেহেঁতেন ; নহয় জানো ?"

আন্ধাৰতে ৰাধাৰ চকু দুটা হঠাতে এবাৰ উজ্জ্বল হৈ উঠিল। সন্ধ্যা নাহে। তেনেহ'লে ডেৰবছৰীয়া নূপুৰো নাহে। সন্ধ্যাৰ শেষৰ চিঠিমতে সি বৰ নোদোকা আৰু দুষ্ট হৈছে ; হাত দুখন জপাই মানুহক নমস্কাৰ দিব জনা হৈছে। চিঠিখনত হিমাদ্ৰিয়ে একো উল্লেখ নকৰিলে। হয়তো এতিয়াও সিহঁতৰ বাকবিতণ্ডা শেষ হোৱা নাই। সন্ধ্যাই চাগৈ আহিবলৈ নেৰানেপেৰাকৈ লাগি আছে, কিন্তু হিমাদ্ৰি আহিব খুজিছে অকলে। দ্বিতীয় মহাযুদ্ধলৈ যোৱা হ'লেও হিমাদ্ৰি অকলেই গ'লহেঁতেন।

অনন্তৰ মাকো আছেগৈ ভায়েক দিগন্তৰ লগত ; গতিকে ঘৰত আলহী ৰখাৰ কোনো অসুবিধাই নাই। অনন্তই নিজে কোঠালিটোত চকু ফুৰাই ৰাধাক ক'লে, "তুমি বিছনা-পাতিবোৰ ঠিক কৰা। সময় হ'লেই। মই ষ্টেছনলৈ যাওঁ।"

হিমাদ্ৰিয়ে গাড়ী নানে। ৰেলত আহিব। অনন্তই গাড়ী লৈ ষ্টেছনত খাপ দিবলৈ গ'ল ; আৰু ৰাধাই আলহীলৈ পৰা বিছনাখনত পৰি তন্ময় হৈ ৰল। জীৱনৰ প্ৰথম আৰু একমাত্ৰ উজুটিৰ যন্ত্ৰণাটোৱে হঠাতে উক দি তাইক যেন অৱশ কৰি পেলালে।

কিন্তু আজি হিমাদ্ৰি আহিলে তাইৰ লাভ কি ? তাই কৰিব কি ; বিচাৰিব কি ? নাই নাই, তাই একো নিবিচাৰে। কেৱল ৰাতি শোৱাৰ সময়ত তাক চাহ একাপ দি গুচি আহিব। যদি হিমাদ্ৰিয়ে সেইদিনাখন ৰাতি তাইৰ লগত ধেমালি কৰা নাছিল, তেনেহ'লে সি তৎক্ষণাত চাহকাপ চিনি পাব। তেতিয়া হঠাতে যদি সি কিবা কৈ পেলায়, তেনেহ'লে তাই কেৱল দুই কাণ পূৰ্ণ কৰি শুনিব আৰু গুচি

আহিব, অনন্তৰ ওচৰলৈ। অনন্ত তেতিয়া সদায় থকাৰ দৰে অফিছৰ কাগজ-পত্ৰ এসোপা লৈ নিজৰ কোঠালিত বহি থাকিব। আৰু ৰুণ-জুন, চাৰিবছৰীয়া ছোৱালী ; তাই সিমানপৰে শুব।

সেই কেইটামান মুহূৰ্ত ; তাৰ কাৰণেই কোঠালিটো সজাওঁতে ৰাধা অস্থিৰ হৈ পৰিছিল। তাই হয়তো এষাৰ কথাও মুখ ফুটাই ক'ব নোৱাৰিব, কিন্তু কোঠালিটোৱে তাইৰ হৈ যেন এষাৰ কথা সোধে !

বিছনাৰ পৰা মূৰ তুলি কোঠালিটোত চকু ফুৰাই চাই ৰাধা যেন সন্তুষ্ট হ'ল। তাইৰ ফটোখন ইয়াত অঁৰাৰ কাৰণে অনন্তই কিবা ভাবিব নে কি ? কেতিয়াও নাভাবে। অনন্ত ইমান সৰু কথা লৈ চিন্তা কৰা মানুহেই নহয়।

কিন্তু — তথাপি যদি হিমাদ্ৰিয়ে একো নকয়! সি যদি কোঠালিটোৰ ভাষা বুজি নাপায় ! তিনি বছৰৰ আগৰ সেইকণ শক্তি সি যদি নিষ্প্ৰভ কৰি পেলাইছে ! তেনেহ'লে তাই মনে-মনে যেনেকৈ আহিছিল তেনেকৈয়ে কোঠালিটোৰ পৰা ওলাই যাব নে কি ? হ'বই নোৱাৰে। তাই নিজে তাক বুজাত অকণমান সহায় কৰি দিব। সি যদি একো নোসোধে তায়েই সুধিব। কি সুধিব ? হাঁহি-হাঁহি সুধিব ; "কি ? ডেৰ বছৰৰ আগতে আমাৰ ঘৰলৈ নগৈ যে একো ভুল কৰা নাছিল, এতিয়া বুজিছেতো ?"

তাৰ পাছত উত্তৰটো বুকুত লৈ তাই দৌৰ মাৰি গৈ অনন্তৰ বুকুত উবুৰি খাই পৰিবগৈ। অনন্তক তাই ইমান মৰম কৰিব, ইমান মৰম কৰিব যে সি আচৰিত হৈ সুধিব, "আজি হ'ল কি তোমাৰ !"

হঠাতে পদুলিমুখত গাড়ী বোৱাৰ শব্দত ৰাধা ধৰমৰকৈ বিছনাৰ পৰা উঠি আগফালে ওলাই আহিল। পিছফালৰ বাৰান্দাত প্লাষ্টিকৰ ঘটি, বালটি, কেৰাহীৰ বিৰাট ৰান্ধনিশালখন পেলাই থৈ ৰাধাতকৈ আগবাঢ়িল ৰুণজুন। গাড়ীৰ পৰা প্ৰথমে নামিল অনন্ত ; তাৰ পাছত নামিল নূপুৰক কোলাত লৈ সন্ধ্যা।

ৰাধা পত্নুলিমুখলৈ আৰু অলপদূৰ আগবাঢ়ি যাওঁতে তাইৰ কপালৰ কিনাৰৰ ৰগছুদালে তুবাৰমান দপ-দপ কৰি উঠিল। তাই সন্ধ্যাৰ কোলাৰ পৰা নূপুৰক নিজৰ কোলালৈ লবলৈ হাত মেলোঁতেই সি হাত মেলি গুচি আহিল। নূপুৰৰ গালখনত ওঁঠ দুখন লগাই হাঁহি-হাঁহি ৰাধাই সুধিলে, "তই অহাৰ কথা চিঠিত লিখা নাছিলি কিয় ?"

ৰুণজুনৰ হাতত ধৰি সন্ধ্যাই ক'লে, "কালি ৰাতিলৈকে মই অহাৰ কথা নাই বুইছ। নূপুৰৰ গাটো সিমান ভাল নহয়। তাক লৈ ইমানদূৰ অহাৰ ইচ্ছা মোৰ নাছিল। কাৰণ আহিলে কেইদিনমান থকাকৈ আহিব লাগে। ৰেলত খালী অহা-যোৱাখন কৰিলে তাৰ অসুখ-বিসুখ হয় বুলি বৰ ভয় লাগে। সেইকাৰণে মই কৈছিলো, দুদিনৰ কাৰণে আপুনিয়েই গৈ আহক ; মই পাছত যাম। নাই ; সেইজনে লাগি আছে, লাগি আছে। ৰেলত উঠাৰ আগলৈকে কাজিয়া বুইছ ? শেষত চাচোন, মই কাপোৰযোৰ সলাবলৈও সময় নাপালো !"

মিছা কথা। ৰাধাৰ মনটোৱে গৰ্জি উঠিল। একেলগে ডাঙৰ হোৱা চোৱালী সন্ধ্যা ; তাই ইমান মিছাকথীয়া হ'ল কেনেকৈ ? ৰাধাই জানো অনন্তক তুমাহৰ কাৰণে মফচললৈ যাবলৈ এৰি দিয়া নাই ? নে এৰি থাকিব কেৱল অনন্তইহে পাৰে !

নূপুৰটো সঁচাকৈয়ে বৰ গধুৰ ! বহুত দিন কোলাত লোৱাৰ অভ্যাস নথকা ৰাধাই তাক পিছবাৰান্দাৰ প্লাষ্টিকৰ ৰান্ধনিশালৰ মাজত এৰি দিলে।

দুটা দিনৰ এটা দিন গুচি গ'ল। সেইদিনটোৰ বেছিভাগ সময় হিমাদ্ৰি প্ৰদৰ্শনী মণ্ডপত থাকিল। ৰাধা আৰু সন্ধ্যাই অজস্ৰ বেবেৰিবাং কথা পাতিলে। হুলস্থুল কৰি খেলি থাকোঁতে-থাকোঁতে কোনোবা এপাকত নূপুৰে আঁচুৰি ৰুণজুনৰ গালত দাগ বহুৱাই দিলে। ৰাতি ৰাধাই অনন্তক দাগটো দেখুৱাই ক'লে, "বৰ অসুৰ

এই ল'ৰাটো।" অনন্তই ক'লে, "ল'ৰা-ছোৱালীৰ খেল ; অকণমান দাগ, ভাল হৈ যাব।"

"ভালতো হ'বই, নোহোৱাকৈ থাকিবনে !" — ৰাধাই ক'লে।

আজিৰ দিনটোৱেই শেষ দিন। প্ৰদৰ্শনীও শেষ। হিমাদ্ৰিয়ে এটাইজাককে তাৰ কীৰ্তি দেখুৱাবলৈ লৈ যোৱাৰ কথা ভাবিছিল, কিন্তু ঘটনাটো বেলেগ হ'ল। সন্ধ্যাই বেছিকৈ ভবাটোৱেই কাল হ'ল ; নূপুৰৰ গাটো অলপ গৰম হ'ল। প্ৰদৰ্শনীলৈ যোৱাৰ নামকে তাই নুশুনিলে। অনন্তৰ অফিছত ডিঙিলৈকে কাম। ৰাধা যদি যায়...

"হয়তো, তুমি নাযাবা কিয় ? যোৱা, চৌধুৰীতো থাকিবই, এপাক চাই আহা। মই বাৰু আজি অফিছলৈ গাড়ীখন নিনিওঁ।" অনন্তই ক'লে।

ৰাধাৰ বুকুখনে তোলপাৰ কৰি উঠিল। এতিয়া ক'লৈ যাব ? এইবাৰ হিমাদ্ৰিক তাই অন্ততঃ এষাৰ কথা কোৱাব পাৰিব। বেছি নহয়, সি কেৱল এইকণ বুজাই দিয়ক যে সন্ধ্যাই কাম-বন নাথাকিলে মনৰ ইচ্ছাৰে সাজি-সাজি প্ৰতিভালৈ দীঘলীয়া চিঠি লিখে। আকাৰে-ইংগিতে সি কওক যে হিমাদ্ৰিৰ মনৰ তলিখন দখল কৰিবলৈ যিমান সোনকালে আহিব লাগিছিল, সন্ধ্যা তাৰ ডেৰ বছৰৰ পাছত আহিছিল। সেইদিনা ৰাতি সি ধেমালি কৰা নাছিল বুলি কৈ সি ৰাধাৰ জীৱনৰ প্ৰথম উজুটিৰ যন্ত্ৰণাটো মধুৰ কৰি দিয়ক।

"তেনেহলে সন্ধ্যা, ভিনিদেৱৰ অফিছৰ পৰা আহি পাওঁতে যদি কানাই বজাৰলৈ যায়, তেনেহ'লে তয়ে চাহ-তাহ দিবি। এতিয়াও মই ঠিককৈ ক'ব পৰা নাই ; পাৰোঁ যদি এপাক যাম।" আয়োজন সম্পূৰ্ণ কৰাত ৰাধাই এক মুহূৰ্তও পলম কৰিব খোজা নাছিল ; কিন্তু তাই উৎসাহৰ আতিশয্যও দেখুৱাব নুখুজিলে।

"বাৰু।" —সন্ধ্যাই ক'লে, "পিছে ভিনদেউক চাহ কৰি দিবলৈ

মোৰ ভয়েই লাগে। আমাৰ ঘৰত প্ৰথম দিনা চাহ দিওঁতে কি কৈছিল মনত আছে ভিনদেউ ?" কথাষাৰ সুধি তাই অনন্তৰ ফালে চাই হাঁহিবলৈ ধৰিলে।

অনন্তৰ সিমানবোৰ কথা মনত নাথাকে। ৰাধাক চাবলৈ যাওঁতে সি বৰ কাৰা চাহ একাপত সোহা মাৰি কৈছিল, "বাগানৰ চাহপাত বিনা পইচাই পোৱা নহয়, সেই কাৰণে চাহ কৰোঁ বুলি কৰিছা!" হ'বলগীয়া খুলশালীয়েকৰ লগত সি ধেমালি কৰিছিল। সন্ধ্যাই কিন্তু সেইদিনা লাজ পাইছিল।

ৰাধাৰ ভৰিৰ তলৰ পৰা কিন্তু পৃথিৱীখন বোধহয় আঁতৰি গ'ল। ক'তা ? অনন্তই কি কৈছিল সন্ধ্যাইতো আজিলৈকে তাইক কোৱা নাই ? "ভিনদেৱেৰেনো কি কৈছিল ?" বুলি সহজ কথাষাৰ সুধিবলৈ তাইৰ সাহে নুকুলালে।

আবেলি তাই প্ৰদৰ্শনীলৈ নগ'ল। সন্ধ্যাই বা অনন্তক কেনেকুৱা চাহ দিয়ে তাৰ কি ঠিক !

---

লণ্ডন। ১৯৫৯ চন।

# ৰাজমিস্ত্ৰি

কাঠমিস্ত্ৰি এটা লাগে। বসন্তই পাৰ্টিশ্যন এখন কৰাব খুজিছে। গোটেই পাৰ্টিশ্যনখন কাঠৰ নালাগে, কেৱল ফ্ৰে'মটো কাঠৰ হ'ব, বাকীখিনিত সুবিধা বুজি কাপোৰ বা কেনভাছ কিবা এটা লগোৱা যাব। ফ্ৰে'মটো সাজোঁতে বৰ বেছি হুদিন লাগিব। পাকৈত মিস্ত্ৰি নহ'লেও হ'ব ; ফ্ৰে'মটো কোনোমতে থিয় কৰি দি যাব পাৰিলেই হয়। ঘৰটোত বসন্ত বা কিমান দিন থাকে তাৰোতো একো ঠিক নাই ; গতিকে বৰ্তমানে কোনোমতে কাম চলিলেই হয়। যোৱা হুদিনে সি ইফালে-সিফালে খবৰ কৰাইছে, মিস্ত্ৰি এটা পোৱা নাই। অফিছৰ পিয়ন হুটামানকো সি খবৰ কৰিবলৈ কৈছিল ; সিহঁতে খবৰ দিলেহি—চিনাকি মিস্ত্ৰিকেইটাৰ হাত খালী নাই। হুটামান ভগনীয়া মিস্ত্ৰিৰো খবৰ কৰিছিল, সিহঁতে কোনোবা ঠিকাদাৰৰ তলত দলঙৰ কাম কৰি আছে।

আচলতে নিৰঞ্জন চৌধুৰী নহৈ ঘৰটোৰ মালিক আন কোনোবা হোৱা হ'লে, পাৰ্টিশ্যন কৰাবলৈ মিস্ত্ৰি বিচাৰি বসন্তই মগজ খৰচ নকৰে। কিন্তু চৌধুৰীয়ে যেতিয়া এবাৰ কৈ গ'ল, তেতিয়া বসন্তই ধৰি ললে, পাৰ্টিশ্যনখন থিয় হ'বই লাগিব, ইয়াৰ কোনো ইফাল-সিফাল নাই।

বহুত দিনৰ আগতে কলেজত নাম লগাবলৈ আহি বসন্তই পোন প্ৰথমে নিৰঞ্জন চৌধুৰীৰ ঘৰৰ আগ ফালৰ বাৰাণ্ডাত চুচুক-চামাককৈ থিয় দিছিল। বিৰাট ঘৰ। আগফালে কোনো মানুহৰ দেখা-দেখি নাই। ভিতৰত কথা-বতৰা পতাৰ শব্দ সি শুনিছিল, কিন্তু নৈৰ সিপাৰে বৰশী বাই থকা মানুহে কথা পতাৰ নিচিনা ভুনভুননিটো শুনি কিমান ভিতৰৰ, কোন কোঠালিত মানুহ আছে

সি ধৰিবই পৰা নাছিল। প্ৰথম কোঠালিটোলৈ সোমাই যোৱালৈকে তাৰ সাহ হৈছিল; তাৰ পাছত আকৌ চুচুক-চামাক, ইফাল-সিফাল। মানুহ এজনৰ লগত দেখা হ'ল অলপ পাছত। বসন্তই জনালে, তাৰ বিনন্দ খুৰায়েকে শ্ৰীযুত নিৰঞ্জন চৌধুৰীলৈ চিঠি এখন দি পঠিয়াইছে।

চিঠিখন লৈ মানুহজন ভিতৰলৈ সোমাই যোৱাৰ অলপ সময়ৰ পাছত বসন্তক ভিতৰলৈ মাতি পঠিওৱা হ'ল। মানুহজনৰ পিছে-পিছে বসন্ত এটাৰ পাছত এটা কোঠালি পাৰ হৈ গৈ আছে, কোঠালিৰ শেষেই নহয়। যেতিয়া শেষ হ'ল, তেতিয়া নিৰঞ্জন চৌধুৰীয়ে কলেজৰ সহপাঠী বিনন্দৰ চিঠিখন পঢ়ি শেষ কৰি উঠিছে। বিনন্দ বৰুৱাই লিখিছে,—ভতিজা ল'ৰাটোৱে কলেজত পঢ়িবলৈ গৈছে; তোমাকে লোকেল গাৰ্জেন পাতিলো; অলপ চকু ৰাখিবা।

বসন্ত সন্মুখত থিয় হোৱাৰ লগে-লগে চৌধুৰীয়ে ক'লে, "হেৰ', এইকণ ল'ৰা কলেজত পঢ়িবলৈ আহিছ?"

বসন্তই থতমত খাই গ'ল। কব নোৱৰাকৈয়ে তাৰ হাতৰ আঙুলি এটা দাঁত দুপাৰিৰ মাজত সোমাল।

নিৰঞ্জন চৌধুৰী শকত-আৱত প্ৰকাণ্ড মানুহ। সৰু কাঠৰ চকীখনে তেওঁৰ মঙহবোৰ চেপা মাৰি ধৰি আছে। কলেজৰ প্ৰথম বাৰ্ষিকতে তেখেত শ্বট পুটত তৃতীয় হৈছিল, পাছলৈ জিমনাছিয়াম শ্ব'ত লোহা বেঁকা কৰাত লাগিছিল। সেইদিনা গোটেই কথা-বতৰাৰ ভিতৰত বসন্তই দুবাৰ নে তিনিবাৰ চৌধুৰীৰ চকুলৈ চাব পাৰিছিল। "হোষ্টেলত ছিট পাইছ?"—"পাইছোঁ"—এনেকুৱা দুই-এটা কথাৰ উত্তৰ দিছিল। চৌধুৰীপত্নীয়ে বৰ আদৰেৰে তাক চাহ-জলপান খুৱাইছিল; আহিবৰ সময়ত গালে-মুখে হাত ফুৰাই কৈছিল, "মাজে-মাজে আহি থাকিবা।"

গম্ভীৰ, মোটা মাতেৰে চৌধুৰীয়ে কৈছিল, "খুৰায়েৰে তোৰ

খবৰ লৈ থাকিবলৈ কৈছে। মোৰ সেইবোৰ খবৰ লোৱা-সুই নাই। ঘূৰি ফুৰা দেখিলে বাটৰ মানুহৰ আগতে কাণ মলি দিম।"

কলেজীয়া দিনখিনিৰ কথাই নাই, এতিয়াও নিৰঞ্জন চৌধুৰীৰ সন্মুখত থিয় হ'লে বসন্তৰ কাণ দুখন সিৰসিৰাই উঠা যেন লাগে। হোষ্টেলত থাকোঁতে মাহটোৰ ভিতৰত তিনি-চাৰি দিনকৈ তেখেতসকলৰ ঘৰলৈ বসন্ত গৈয়েই থাকে, চৌধুৰীপত্নী খুৰীয়েকৰ লগত পাগঘৰৰ বাৰাণ্ডাৰ মূঢ়াত বহি নানা প্ৰকাৰৰ কথা পাতিয়েই থাকে, অথচ ঘৰখনত সোমায়েই সি মনে-মনে সোধে,—"খুৰাদেউ আছেনে কি?"

খুৰীয়েকে "নাই" বুলি ক'লে সি আশ্বস্ত হয়। আৰু অলপ পৰ বহাৰ কথা ক'লে, "নাই, নাই, খুৰাদেউ আহি পাবহি কেনেবাকৈ" বুলি সি সময়ৰ আওাজ কৰি পলায়। কেতিয়াবা হোষ্টেলৰ মুখত চৌধুৰীৰ গাড়ীখন ৰয়; ড্ৰাইভাৰে বসন্তক কোঠালিৰ পৰা মাতি আনেগৈ। গাড়ীৰ ভিতৰৰ পৰাই চৌধুৰীয়ে সোধে,— "কাইলৈ দেওবাৰ নহয়, দুপৰীয়া তোৰ কিবা কাম আছে নে কি?"

"নাই"—বসন্তই ভয়ে-ভয়ে কয়; জানোচা ওভোতাই ধৰে—কিয়, তোৰ পঢ়া-শুনা নাই?

চৌধুৰীয়ে কয়, "তেনেহ'লে কাইলৈ দুপৰীয়া তই আমাৰ তাতে ভাত খাবলৈ যাবি।" অলপ পৰ বৈ তেখেতে আকৌ সোধে, "বুজিছ?"

"হয়।"

"অলপ সোনকালে যাবি" বুলি কোৱাৰ লগে-লগে গাড়ী চলে।

বসন্তৰ এনেকুৱা লাগে যেন মানুহজনে তাক টাইফয়ড আৰু কলেৰাৰ বেজী লবলৈহে মাতি গ'ল। দূৰৰ পৰা আলেখ-লেখ চাই থকা হোষ্টেলৰ আন কৌতূহলী ল'ৰাই তাক সুধিবলৈ বাধ্য হয়, "কি অ', গালি পাৰিলে নে কি?"

গালিও নাপাৰে, ডাবি-ছকিও নিদিয়ে, অথচ কিয় মানুহজনৰ চকুলৈ পোনে-পোনে চাই কথা ক'ব নোৱাৰে, বসন্তই নাজানে।

বহুত দিনৰ পাছত চৰকাৰী চাকৰি লৈ বসন্ত এইখন চহৰলৈকে আহিল। নতুন চাকৰিৰ কথা-বতৰাবোৰ বুজি-শুনি লোৱাটো হ'ল তাৰ প্ৰথম অসুবিধা, দ্বিতীয় অসুবিধা হ'ল থকাৰ ব্যৱস্থা। ঠিক সেই সময়তে সি দেখিলে নিৰঞ্জন চৌধুৰীয়ে ডাঙৰ পকীঘৰ এটা সজাই শেষ কৰিছে, আৰু মানুহৰ মুখে শুনিলে— ঘৰটো হেনো ভাৰা দিব। অফিছতে কথাটো ওলাইছিল। কোনোবাই ক'লে—ইমান ডাঙৰ ঘৰ, চৌধুৰীয়ে নিশ্চয় কোনোবা অফিছক ভাৰা দিব। কোনোবাই ক'লে, অফিছক দিলে টকা বেছি পাব হয়, কিন্তু ঘৰটো ভালে নাথাকে ; গতিকে হয়তো ফেমিলিকো দিব পাৰে।

হ'বও পাৰে। নিৰঞ্জন চৌধুৰীৰ বহুত মাটি, বহুত ঘৰ। চৌধুৰীৰ ভাৰাঘৰত ছেটলমেণ্ট অফিছৰ পৰা আৰম্ভ কৰি হাতেবোৱা কাপোৰৰ দোকানলৈকে বহুত ধৰণৰ ব্যৱসায় আৰু বসবাস চলিছে।

কলেজ শেষ হোৱাৰ পাছৰ পৰা চাকৰি পোৱালৈকে মাজৰ এই কেইবছৰ বসন্তই চৌধুৰীপত্নী খুৰীয়েকৰ লগত চিঠিপত্ৰৰ আদান-প্ৰদান ৰাখি আছিল। পলম নকৰি এদিন বসন্ত অফিছৰ পৰা বাহিৰে-বাহিৰে চৌধুৰীৰ ঘৰলৈ আহিল।

আৰামী চকী এখনত বহি চৌধুৰীয়ে ওপৰলৈ চাই কিবা ভাবিছে ; ওপৰত ইলেকট্ৰিক ফেন ঘূৰি আছে যদিও চৌধুৰী-পত্নীয়ে মাজে-মাজে বিচনীখন লৰাই আছে, এবাৰ নিজৰফালে, এবাৰ চৌধুৰীৰ ফালে। তেখেতৰ মতে—হেজাৰ হওক—হাত বিচনীখনৰ বতাহছাটিৰ আৰামটোৱেই বেলেগ। বসন্তক দেখি তেখেতে হায়ৌ-বিঔ কৰি উঠিল। লেঠাৰি নিছিগাকৈ তেখেতে বহুত কথা কৈ গ'ল ;—তোমাৰ কথা আমি খবৰ কাগজৰ পৰা জানিলো, খুৰায়েৰাই গেজেটতো দেখিছে। তেখেতে মোক সুধিয়েই আছে— তুমি কেতিয়া আহিবা ; মোলৈ কিবা লিখিছানে নাই ; ইত্যাদি।

প্ৰয়োজনীয় কথাটো সুধিলে চৌধুৰীয়ে নিজে, চাহ খোৱাৰ সময়ত। চৌধুৰী আগতকৈ আৰু শকত হৈছে; আৰামী-চকীত মূৰটো অলপ বেকাঁ হৈ থকাৰ কাৰণে ডিঙিৰ আঁচ ডুডাল মঙহত পোত খাই আছে; চচমাৰ আগৰ ফ্ৰে'মটো সলনি কৰি বৰ শকত ফ্ৰে'ম এটা লোৱাৰ কাৰণে মুখখন বসন্তৰ কাৰণে আৰু উদ্বেগজনক হৈছে। ওপৰলৈ চায়েই তেখেতে সুধিলে, "তই আছহি ক'ত?"

"ডাক বঙলাত।"

"ডাক বঙলাত?" চৌধুৰীয়ে এইবাৰ বসন্তৰ মুখলৈ চালে আৰু প্ৰায় ভেকাহি মাৰিয়েই সুধিলে, "ডাক বঙলাত থাকি কি চাকৰি কৰিবি অ'?"

বসন্তই ক'লে, "মই বৰ লৰালৰিকৈ আহি জইন কৰিবলগীয়া হ'ল কাৰণে আহি ডাক বঙলাতে নামিলো। নিয়ম মতে মই চৰকাৰী ঘৰ পাব লাগে, পোৱা নাই। মই নিজেই এতিয়া ঘৰ এটা বিচাৰিব লাগিব।" শেষৰ কথা কেইষাৰ ভয়ে-ভয়ে উচ্চাৰণ কৰি বসন্তই কেইদিনমানৰ আগতে চুলি কটা মূৰটোৰ পিছফালে হাত ফুৰাই কিবা এটা সান্ত্বনা পোৱাৰ চেষ্টা কৰিলে।

চৌধুৰীয়ে আকৌ ওপৰলৈ চাই সমাধিস্থ হ'ল। চৌধুৰীপত্নীয়ে ডুবাৰমান বিচনীখন লৰালৰিকৈ চৌধুৰীৰ ফালে চলালে। বসন্তই খুৰীয়েকৰ লগতে ইটো-সিটো কথা পাতিলে। এবাৰ চৌধুৰীয়ে মাজতে মাত লগালে, "নৈৰ পাৰৰ শিৱ মন্দিৰৰ অলপ সিফালে মই নতুন ঘৰ এটা সজালো। ঘৰটো ডাঙৰ। ইমান ডাঙৰ ঘৰ তোক লাগিব জানো?"

"মই ঘৰটো ৰাস্তাৰ পৰা দেখিছোঁ, ভিতৰ সোমাই চোৱা নাই।" বসন্তই ক'লে।

অলপ সময় চিন্তা কৰি চৌধুৰীয়ে ক'লে, "এটা কাম কৰ। ঘৰটোত পাগঘৰ দুটা আছে। এটা পাগঘৰৰে সৈতে তই এফাল লৈ থাক। বেয়া পাবি নে কি?"

বেয়া পাবলৈ কিটো আছে।

ঘৰটোৰ ভিতৰখন দেখি বসন্তৰ সকলো চিন্তা দূৰ হৈ গ'ল। এফালে তিনিটাকৈ দুয়োফালে ছটা ডাঙৰ-ডাঙৰ কোঠালি, মাজতে এটা প্ৰকাণ্ড কোঠালিয়ে দুয়োফাল লগ লগাইছে। কোনোবা অফিছক ভাৰা দিয়া হ'লে এই কোঠালিটোতে অফিছৰ জেনেৰেল ব্ৰাঞ্চ হ'লহেঁতেন; এচুকত হে'ড ক্লাৰ্কৰ ডাঙৰ মেজখনৰ ঠাই বাদ দিও আৰু পোন্ধৰজন কেৰাণী-টাইপিষ্টৰ কাৰণে ঠাই হ'লহেঁতেন। গা-ধোৱা ঘৰহে এটা। যি ফালে গা-ধোৱা ঘৰটো আছিল, সেই ফালটোত বসন্তই থাকিবলৈ ললে। গা-ধোৱা ঘৰলৈ বাৰাণ্ডাৰ পৰাও যাব পাৰি, তাৰ কোঠালিৰ পৰাও যাব পাৰি; সুবিধা।

ঘৰটোত তাৰ দিনবোৰ ভালেই গৈছে। ৰত্ন নামৰ ল'ৰা এটা ৰাখিছে; ৰন্ধা-বঢ়া, ইটো-সিটো সিয়েই কৰে। অফিছৰ পিয়ন এটাকে লগত ৰাখিব পাৰিলেহেঁতেন, কিন্তু বসন্তৰ এটা ধাৰণা হ'ল—কথাটো বেয়া দেখি। তথাপি মথুৰা নামৰ পিয়নটোৱে অফিছৰ সময়খিনিৰ বাহিৰে বাকী সময়ৰ বেছিভাগ বসন্তৰ ঘৰতে কটায়; ইখন-সিখন কৰে, বসন্তৰ আলপৈচান ধৰে, বসন্তৰ খোৱা-বোৱা হৈ গ'লে ৰত্নৰ লগতে বহি ভাত মুঠিও কেতিয়াবা খায়। মুঠতে ৰত্ন আৰু মথুৰাই লগ লাগি বসন্তৰ ঘৰখন চলাইছে।

নিৰ্জঞ্জালভাৱে ভালেমান দিন ঘৰ চলিল। এদিন ৰাতিপুৱা নিৰঞ্জন চৌধুৰীৰ গাড়ীখন বসন্তৰ পদুলিত ৰলহি। বসন্তই ধোবাক দিবলৈ কাপোৰ এসোপা উলিয়াই, চোলাৰ জেপবোৰত কিবা থাকিল নেকি হাত সুমুৱাই-সুমুৱাই বিচাৰিছিল; কাপোৰসোপা এচুকলৈ ঠেলা মাৰি সি আগফালে ওলাই আহিল। পদুলিৰ পৰা সোমাই আহিয়েই চৌধুৰীয়ে সুধিলে, "এইবোৰ কি ফুল পুলি কইছ অ'?"

সোমাই অহা বাটটোৰ দুয়োকাষে ফুল পুলিবোৰ এবেগেতমান

ওখ-ওখ হৈছে। সেইবোৰ বস্তুৰ কাম। বসন্ত অফিছলৈ যোৱাৰ পাছত গোটেই দিনটো সি সেইবোৰকে কৰি থাকে; ক'ৰ পৰা পুলি আনে, কি ফুলৰ পুলি বসন্তই নাজানে।

সি ক'লে, "জানো, ক'ব নোৱাৰোঁ খুৰাদেউ, ল'ৰাটোৱে কইছে; ফুলিলেহে চিন ওলাব।"

কোঠালিৰ ভিতৰ সোমোৱাৰ পাছত বহিবলৈ কওঁতে চৌধুৰীয়ে ক'লে, "নাই. মই নবহোঁ, আহচোন ঘৰটো চাওঁ।"

নিজৰ ঘৰ নিজে কি চায় বসন্তই বুজিব নোৱাৰিলে। ইকোঠালিৰ পৰা সিকোঠালিলৈ যাওঁতে চৌধুৰীয়ে চুটি-চুটি প্ৰশ্ন সুধিলে, বসন্তই চুটি-চুটিকৈ উত্তৰ দি গ'ল।

"কেনে পাইছ থাকি?"

"ভাল পাইছোঁ, বৰ ভাল লাগিছে।"

"এইটোত তই শোৱ?"

"হয়।"

"আলহী আহিলে কি কৰ?"

"এতিয়ালৈকে আলহী অহা নাই, আহিলে কিবা এটা কৰিব লাগিব।"

পিছফালৰ বাৰাণ্ডাত থিয় হৈ হঠাতে চৌধুৰী এবাৰ গা-ধোৱা ঘৰৰ বেৰখনৰ কাষলৈ চাপি গ'ল। তেওঁ সুধিলে, "বেৰবোৰ ফাটিছে নে কি অ'?"

বসন্ত বেৰখনৰ আৰু ওচৰলৈ চাপি গৈ ভালকৈ চাই ক'লে, "নাই ফটা, এইটো সৌ বাতামৰ পৰা বাগৰি অহা মাটিতেলৰ দাগ।"

বাৰাণ্ডাখনৰ সিটো মূৰে দুৱাৰখনত ডাঙৰ পিতলৰ তলা এটা ওলমি আছে। সিফালৰ তিনিটা কোঠালিৰ দুৱাৰবোৰ ভিতৰৰ পৰা শলখা মাৰি বন্ধ কৰি সেইখন দুৱাৰত তলা মাৰি থোৱা আছে। আহিবৰে পৰা বসন্তই তলাটো তেনেকৈয়ে থকা দেখিছে।

বন্ধ হৈ থকা ডাঙৰ-ডাঙৰ তলাবোৰৰ দৃশ্যটো এনেয়ে ভাল নালাগে,- দেখিলেই মনটো কিবা নিৰাশ-নিৰাশ লাগে,—চৰকাৰী গুদামতেই হওক বা কাৰোবাৰ শোৱনি-কোঠাৰ দুৱাৰতেই হওক। এই তলাটো সদায় দেখি-দেখি বসন্তৰ বিৰক্তি জন্মিছে।

মাজৰ প্ৰকাণ্ড কোঠালিটোত সোমাই চৌধুৰীয়ে বেৰ-ছিলিং চাবলৈ ধৰিলে। কোঠালিটোৰ অন্ততঃ আধা বসন্তই ব্যৱহাৰ কৰিব পাৰে, কিন্তু প্ৰয়োজন হোৱা নাই। ৰাতি কিবা কাৰণত ভয় লাগিলে কেতিয়াবা ইয়াত মাটিতে বিছনা পাৰি ৰত্ন শোৱে; তাৰ বাহিৰে কোঠালিটোৰ কোনো ব্যৱহাৰ হোৱা নাই। এনেয়ে ৰত্ন পাগঘৰৰ লগতে থকা সৰু কোঠালিটোত শোৱে।

কোঠালিটোৰ মাজত থিয় হৈ চৌধুৰীয়ে ক'লে, "এটা কথা হ'ল অ'। তোৰ খুৰীয়েৰৰ লগা-ভগা ল'ৰা এটাই থাকিবলৈ ঘৰ পোৱা নাই। আগতে অকলশৰীয়া হৈ থাকোঁতে ক'ৰবাত আছিল, কিছুদিনৰ আগতে বিয়া কৰালে; এতিয়া ঘৈণীয়েকক আনিব খুজিছে। মানুহ সিহঁত দুটাই, বৰ বেছি চাকৰ-বাকৰ কোনোবা এটাক লগত আনিব চাগৈ। কথাটো ভাবি চাচোন, চাই ক, তোৰ কিবা অসুবিধা হ'ব নেকি।"

বসন্তৰনো কি অসুবিধা হ'ব? সিফালে তেওঁলোকৰ হিচাপে তেওঁলোক থাকিব, ইফালে বসন্ত যেনেকৈ আছে তেনেকৈয়ে থাকিব। কিমান মানুহ এনেকৈ থাকে! তাতে আহিব খোজা মানুহজন খুৰীয়েকৰ কিবা হয়। বসন্তই ক'লে, "মোৰ একো অসুবিধা নহয় খুৰাদেউ।"

"ওঁ, হ'ব নালাগে। ল'ৰাটোৰ লগত মই কথা-বতৰা পাতি চাইছোঁ। ইতিমধ্যে ঘৰটো বিচাৰি মোৰ ওচৰলৈ বহুত মানুহ আহিছে; তোৰ কথা ভাবিয়েই মই কাকো দিয়া নাছিলো।"

ইয়াৰ পাছত আৰু বসন্তৰ ফালৰ পৰা একো আপত্তি থাকিব নোৱাৰে।

চৌধুৰীয়ে ক'লে, "এটা কাম কৰিলে সুবিধা হ'ব। এইখিনিতে এখন পাৰ্টিশ্যন দি এইফাল তই ব্যৱহাৰ কৰিবি, সিটো ফালে সিহঁতে যি কৰে কৰিব। নহয় জানো?" চৌধুৰীয়ে কোঠালিটোৰ সোঁ মাজতে থিয় হৈ কথা কেইষাৰ ক'লে।

বসন্তই ক'লে, "হয়।"

"পিছে মোৰ মানুহবোৰ এতিয়া অ'ত-ত'ত কামত লাগি আছে। মিস্ত্ৰি এটা মাতি পাৰ্টিশ্যনখন তয়েই কৰাই লবিচোন। যি খৰচ পৰে এসময়ত গৈ খুৰীয়েৰৰ পৰা লৈ আহিবি। সিহঁত অহা সপ্তাহত অহাৰ কথা, ইয়াৰ ভিতৰতে তই পাৰ্টিশ্যনখনৰ কিবা এটা দিহা কৰিবি। তোৰ পিয়ন আছে নহয়, সিহঁতক ক'লেই কৰাই দিব।"

চৌধুৰী যাবলৈ ওলাল। বসন্তই সুধিলে, "চাহ একাপ—"

নালাগে। চৌধুৰীয়ে এই সময়ত চাহ নাখায়। কি দিয়া যায়? মানুহজন শুদা মুখেই যাবনে? বসন্তই ভাবিলে। পিছে উপায়ো নাই। চৌধুৰীক সি তামোল খোৱা দেখা নাই। ছিগাৰেট খায়, কিন্তু তেখেতক বসন্তই ছিগাৰেটৰ পেকেটটো উলিয়াই দিয়াতকৈ প্ৰেমিকাৰ পৰা অহা চিঠি এজাপ পঢ়িবলৈ দিয়াই ভাল।

গাড়ীত উঠিবৰ সময়ত বসন্তই চৌধুৰীক সুধিলে, "তেখেতে কি কৰে?" তেখেত মানে যিজন ঘৰটোলৈ আহিব।

"নাই, চাকৰি তেনেকুৱা একো ভাল নহয়। ইয়াৰে অফিছ এটাত—।"

ড্ৰাইভাৰে গাড়ীৰ দুৱাৰখন মাৰি দিলে।

গতিকেই পাৰ্টিশ্যনখন কৰাবই লাগিব। এই সপ্তাহৰ ভিতৰতে। অহা সপ্তাহত তেওঁলোক আহিবই। কিন্তু এই কেইদিনৰ ভিতৰতে কাঠমিস্ত্ৰি এটা পোৱাই দেখোন মস্কিলৰ কথা হৈছে।

শুকুৰবাৰে ৰাতিপুৱা মথুৰা পিয়নে যন্ত্ৰ-পাতিৰে সৈতে মিস্ত্ৰি এটা ক'ৰবাৰ পৰা ধৰি আনিলে। নাম তাৰ বাৰিক। মথুৰাই

বোধহয় বসন্তৰ আগত তাৰ ক্ষমতা দেখুৱাই লাভবান হোৱাৰ আশাতে বাৰিকক ধৰি আনিলে, আৰু বাটে-বাটে বাৰিকক বোধহয় এনেকুৱা ভয় দেখুৱাই আনিলে যে চাহাবৰ কাম নকৰিলে তাৰ জেললৈ যাবলগীয়া পৰ্যন্ত হ'ব পাৰে! কাৰণ বসন্তৰ আগত থিয় হৈ বাৰিকে কাওঁ-বাওঁ কৰিবলৈ ধৰিলে। সি ক'লে,— হাতত থকা ঠিকা কামটো শেষ কৰি সি সোমবাৰে যেনে-তেনে চাহাবৰ কামটো কৰি দিব।

বসন্তই ক'লে,—ঠিক আছে। মনে-মনে সি ভাবিলে—সোমবাৰৰ আগতে তেওঁলোক আহিলেহে দিগদাৰ হ'ব।

আহিলো সঁচা। শনিবাৰে অফিছৰ পৰা অলপ সোনকালে ঘৰলৈ উভতি দূৰৰ পৰাই বসন্তই দেখিলে, পদুলিমুখত এখন লৰি, লৰিৰ ওপৰত চকী-মেজ-পালেং আদি সৰঞ্জাম, মূৰত গামোছা বন্ধা বনুৱা কেইটামান বস্তুবোৰ নমোৱাত ব্যস্ত। ঘৰলৈ সোমাই সি দেখিলে ইতিমধ্যে কিছুমান বস্তু নমাই আগফালৰ বাৰাণ্ডাত থোৱা হৈছে। ধুনীয়া ছোফা, চিকচিকিয়া ঘূৰণীয়া মেজ, কাৰুকাৰ্যপূৰ্ণ ড্ৰেছিং টেবুল ;—বস্তুবোৰ দেখিলেই গৰাকীজনে অলপতে বিয়া কৰোৱা যেন লাগে।

ৰত্নই ধৰা-ধৰি কৰি অলপ সহায় কৰিছিল হ'বলা। কোনেও মন নকৰাৰ সুবিধা লৈ ইতিমধ্যে সি ড্ৰেছিং টেবুলৰ আয়নাখনত তাৰ গোটেই চেহেৰাটো দুবাৰমান চায়ো লৈছিল। বসন্তক দেখি সি ভিতৰলৈ সোমাই গ'ল।

বাৰাণ্ডাত থিয় হৈ কাম চাই থকা মানুহজন বসন্তক দেখি এখোজ আগবাঢ়ি আহিল। ওখ, পাতল, বগা মানুহজন, চুলিবোৰ ওভোতাই আঁচোৰা, চকুৰ দৃষ্টি, মুখৰ চেহেৰা অত্যন্ত শান্ত, নিৰীহ। মানুহজনে লাহেকৈ বসন্তক নমস্কাৰ জনালে আৰু বিনীতভাৱে ক'লে, "মই প্ৰদীপ দত্ত।"

বাৰাণ্ডাত উঠি বসন্তই প্ৰতি-নমস্কাৰ জনাই ক'লে, "অ' হয়,

আপোনালোকৰ কথা মই শুনিছোঁ। কেতিয়া আহে তাকে ভাবি আছিলো। আজিয়েই আহিলনে কি?"

প্ৰদীপ দত্তই ক'লে, "নহয়, আজি বস্তু-বাহানিবোৰহে থান-থিত লগাই থৈ যাওঁ বুলি ভাবিছোঁ। আমি কাইলৈহে আহিম।" লগে-লগে প্ৰদীপ দত্তৰ চকু বস্তু কঢ়িয়াই অনা মানুহ দুটালৈ গ'ল; তেওঁ লৰা-লৰিকৈ ক'লে, "এই চাবি চাবি, ফুল পুলি আছে।"

মানুহ দুটাই কাঠৰ ডেৰাজ-টেবুল এখন ঠেক বাটটোৰেদি হেঁপোৰ-তেঁপোৰকৈ সুমুৱাই আনিছিল; তাৰে এটাৰ ভৰি বাটৰ পৰা আঁতৰি কিনাৰৰ ফুল পুলিৰ ওপৰত পৰোঁ-পৰোঁ হৈছিল। প্ৰদীপ দত্তই চিঞৰি উঠাৰ লাভ নহ'ল; এটা মানুহৰ ভৰি পুলি এটাৰ গুৰিত পৰিলেই। পুলিটো বেঁকা হৈ গ'ল। দত্ত উদ্বিগ্ন হৈ উঠিল; তেওঁ থিয় হৈ থকা অইন এটা মানুহক ক'লে, "সেই ফুল-পুলিটো পোনাই দে।"

বসন্তই ক'লে, "থাকক দিয়ক, একো নহয়।"

দত্ত আশ্বস্ত নহ'ল, নিজে ওচৰ চাপি গৈ তদাৰক কৰি ফুল পুলিটো পোনাই দিয়ালে। কিছু সময়ৰ মৌনতাৰ পাছত দত্তই ক'লে, "আপোনাৰ অসুবিধা কৰিবলৈহে আহিলো।"

"নাই নাই, মোৰ কিহৰ অসুবিধা! অকলে-অকলে, কাৰো মাত নাই বোল নাই, মোৰ আমনিহে লাগিছিল। এতিয়া তেও আপোনা-লোকৰ লগতে কথা-বতৰা এষাৰ পাতিব পাৰিম। পিছে এটা কথা, নিৰঞ্জন খুৰাদেৱে এই কোঠালিটোৰ মাজেৰে পাৰ্টিশ্যন এখন দিয়াৰ কথা কৈছিল। মই খবৰ কৰাইছোঁ, কিন্তু মিস্ত্ৰি এটা পোৱা নাই। অহা সপ্তাহতে যেনে-তেনে পাৰ্টিশ্যনখন হ'ব। এই কেইদিন আপোনালোকৰ অলপ অসুবিধা—"

"নহয় নহয়",— প্ৰদীপ দত্তই লৰালৰিকৈ সন্ত্ৰস্তভাৱে ক'লে, "আমাৰ একো অসুবিধা নহয়। তেখেতে মোকো কথাটো কৈছিল, কিন্তু পাৰ্টিশ্যনখন নহ'লেও আমাৰ একো অসুবিধা নহয়।"

কথাকেইষাৰ দত্তই আন্তৰিকতাৰে ক'লে।

"মই অকলশৰীয়া মানুহ, মোকনো কিয় পাৰ্টিশ্যনখন লাগিছে!" বসন্তই লাহেকৈ হাঁহিলে।

নালাগে বুলি প্ৰকাশ কৰাৰ পাছত পাৰ্টিশ্যনখন দিয়া বেয়া দেখি। গতিকে বসন্তই মথুৰা পিয়নৰ হতুৱাই বাৰিক মিস্ত্ৰিক খবৰ দিয়ালে, সোমবাৰে সি আহিব নালাগে, লাগিলে পাছত মাতি পঠিয়াব। অৱশ্যে বসন্তৰ মনে-মনে এটা ভয়ো থাকিল; যদি কেতিয়াবা নিৰঞ্জন চৌধুৰীয়ে ভাবি মাৰি সোধে,—তোক পাৰ্টিশ্যনখন কৰাবলৈ কৈছিলো,—নকৰালি কিয়?

বস্তু-বাহানিবোৰ ভিতৰলৈ সুমুৱাই প্ৰদীপ দত্ত যোৱাৰ পাছত বসন্তই ভাবিলে, বোধহয় বেয়া নালাগিব। পল্লীগৰাকীৰ কথা সি নাজানে, কিন্তু দত্ত মানুহজন বেয়া হ'ব নালাগে। নিৰঞ্জন চৌধুৰীয়ে দিয়া আভাস মতে দত্তই বৰ ডাঙৰ চাকৰি নকৰে, কিন্তু ঘৰত বসন্তই অফিছত বা বাটে-ঘাটে পোৱা উচ্চ-সন্মান বিচৰা উচিত নহয়। আৰু নিজৰ সন্মান বচাই চলিব জনাটোৰ দায়িত্ব তাৰ নিজৰ।

নিমাও-মাও ঘৰখনত থাকি-থাকি বসন্তৰ সঁচাকৈয়ে মাজে-মাজে আমনি লাগিছিল। ভুকিবলৈও পোহনীয়া কুকুৰ এটা নাই! যিবা ৰন্ধটো আছে, তাৰ মুখতো হয় ছাৰ, ভাল ছাৰ ইত্যাদিৰ বাহিৰে মাত নাই। বসন্ত ঘৰত নাথাকিলে বা শুই থকাৰ গম পালে সি ৰাম-লক্ষ্মণ-সীতা বনলৈ যোৱা সম্পৰ্কীয় কিবা গান এটা গায়, বসন্ত থাকিলে মনে-মনে থাকে! মথুৰাও সেই; শব্দ কৰাৰ ভিতৰত সি কেৱল মাজে-মাজে খৰি ফালে।

চুবুৰিটোৰ আনবোৰ মানুহৰ লগতো বসন্তৰ বিশেষ চা-চিনাকি হোৱাৰ সুবিধা হোৱা নাই। ইমান দিনে দেখি-দেখি সি অনুমান কৰিছে—বেছিভাগ মানুহে পেটৰ চিন্তাত গোটেই দিনটো পৰিশ্ৰম কৰে। চাকৰিয়ালৰ ভিতৰত কেৱল এজন মাষ্টৰ আছে; তেখেতৰ

ঘৰলৈকে মানুহৰ আহ-যাহ অলপ বেছি। তাচ-পাশাৰ আড্ডাজাতীয় কিবা এটা নিশ্চয় মাষ্টৰৰ ঘৰত আছে। সেইবোৰ মানুহে পিছলৈ ৰাস্তাত লগ পালে বসন্তক ছাৰ বুলি সম্বোধন কৰে আৰু সকৰ্কৈ নমস্কাৰ একোটা জনায়।

মাজে-মাজে কথা-বতৰা হৈছে মাষ্টৰৰ মাকৰ লগত। মাষ্টৰৰ মাক বুঢ়ী মানুহ; কঁকাল হালিছে। সময় পালেই তেখেতে ইঘৰ-সিঘৰ ফুৰে। বাটত লগ পোৱা সকলো মানুহকে উপযাচি কথা সুধিব পাৰে, কিন্তু ওৰণিখন কপালৰ পৰা এক আঙুলো হুঁহকিবলৈ নিদিয়ে।

বসন্তৰ ঘৰৰ আগফালে নিমগছ এজোপা আছে; বুঢ়ীয়ে তাৰে পাত নিবলৈ আহে। নিমপাতৰ উপকাৰিতা সম্পৰ্কে বহুত কথা ইতিমধ্যে বসন্তৰ মুখস্থ হৈ গৈছে। নিম-তিতা পেটলৈ ভাল, ঘা-ফোঁহোৰা আদি ছালৰ বেমাৰৰ কাৰণে নিমপাতৰ ৰস মহৌষধ, নিমৰ দাঁতোনৰ কথাতো কবই নালাগে, আনকি নিম গছৰ মাজেদি বৈ অহা বতাহেও ৰোগ-ব্যাধি উকুৱাই নিয়ে। এই নিম জোপাৰ ওচৰত থাকে মানে অসুখ-বিসুখৰ কাৰণে বসন্তই চিন্তা কৰিব নালাগে। মুঠৰ ওপৰত বসন্তই বুজিলে যে পাৰিলে বুঢ়ীয়ে গোটেই পৃথিৱীৰ হস্পিটেলবোৰ ভাঙি তাৰ ঠাইত নিম পুলি ৰুই দিয়ে!

যি দুই-এবাৰ কথা-বতৰা, সেই বুঢ়ীৰ লগতে। এতিয়া প্ৰদীপ দত্তহঁত আহিলে বোধহয় ঘৰখনত মাত-বোল শুনা যাব।

সোমবাৰে ৰাতিপুৱা শোৱাৰ পৰা উঠি পিছফালৰ বাৰাণ্ডালৈ ওলাই আহি বসন্ত থমক খাই ৰল। পিতলৰ তলা ওলমি থকা দুৱাৰখন আধা মেল খাই আছে; ফুলাম পৰ্দাৰ একাল ওলাই আছে। দত্তহঁতে যিটো পাগঘৰ ব্যৱহাৰ কৰিব, তাৰ খুটা এটাৰ পৰা বাৰাণ্ডাৰ খুটালৈ টনা তাঁৰডালত তিতা পাতল চাদৰ এখন ওলমি আছে; চাদৰখন বতাহত অলপ-অলপ লৰিছে।

বসন্ত ভিতৰলৈ সোমাই আহিল। অলপপৰ একে ঠাইতে থিয়

হৈ থাকি সি কিবা-কিবি ভাবিলে; চুলিখিনি আঁচুৰি আয়নাত মুখখন এবাৰ চালে; তাৰ পাছত কোঠালিটোৰ ভিতৰতে ঘূৰি-পকি ব্ৰাছেৰে দাঁত মাজিবলৈ লাগি গ'ল। চাহ খাই উঠি সি আগফালৰ কোঠালিটোৰ চকী এখনত মনে-মনে বহি থাকিল। প্ৰয়োজন নোহোৱাকৈ পিছফাললৈ নগ'ল।

সেইদিনা গা ধুবৰ সময়ত বসন্তই তাৰ কোঠালিৰ পৰা গা-ধোৱা ঘৰলৈ সোমোৱা দুৱাৰখনৰ শলখাডাল তাৰ কোঠালিৰ ফালৰ পৰা মাৰি দিলে। গা-ধোৱা ঘৰ এটা যেতিয়া, সিও বাৰাণ্ডাইদি সোমোৱাই ভাল। বাৰাণ্ডাইদি সোমাই সি দুৱাৰখনৰ সেই ফালৰ শলখাডালো চালে; —বন্ধ থকা উচিত আছিল, কিন্তু খোলা আছে। বোধহয় গা ধুবৰ সময়ত বন্ধ কৰি পাছত আকৌ খুলি থৈ গৈছে। বসন্তই সেইডালো বন্ধ কৰি দিলে।

চাদৰৰ গৰাকীৰ লগত দেখা হ'ল সেইদিনাই আবেলি। বসন্তই আগফালৰ বাৰাণ্ডাত এনেয়ে ইফাল-সিফাল কৰি আছিল। আগতে সি গোটেই বাৰাণ্ডাখন ব্যৱহাৰ কৰে, আজি তাৰ ফালৰ আধাখিনিতে ঘূৰা-পকা আবদ্ধ ৰাখিলে। অলপ পাছতে সিফালৰ দুৱাৰখন খোল খালে; প্ৰথমে প্ৰদীপ দত্ত আৰু পিছে-পিছে তেওঁৰ পত্নী ওলাই আহিল। তিৰোতাগৰাকীয়ে বসন্তক নমস্কাৰ জনালে। হাত দুখন কপাললৈ তোলোঁতে এক মুহূৰ্তৰ কাৰণে হ'লেও বসন্ত অভিভূত হৈ গ'ল। একে আষাৰে ক'বলৈ গ'লে মানুহগৰাকী সুন্দৰী।

কেইদিনমানৰ পাছত পিয়নে ৰত্নৰ হাতত দি যোৱা চিঠি এখনৰ পৰা মানুহগৰাকীৰ নামটো জনা গ'ল। প্ৰীতিৰাণী দত্ত, কেয়াৰ অৱ প্ৰদীপ দত্ত। ঠিকনাটোৰ ওপৰত দুবাৰমান চকু ফুৰাই, ডাকঘৰৰ মোহৰত ক'ৰ পৰা আহিছে বুজিবলৈ চেষ্টা কৰি বসন্তই ৰত্নৰ হাততে চিঠিখন সিফাললৈ দি পঠিয়ালে।

তাৰ পাছত দিন গ'ল, সপ্তাহো গ'ল, কিন্তু বসন্তই লক্ষ্য

কৰিলে-ঘৰখনৰ নিস্তব্ধতা ভংগ হোৱাৰ কোনো লক্ষণেই নোলাল। বসন্ত অফিছলৈ যায়, উভতি আহে; দত্ত অফিছলৈ যায়, উভতি আহে; —ঘৰখনৰ একো বৈচিত্র্য নাই। প্ৰীতিৰাণীয়ে ৰাতিপুৱাই গা ধোৱে; মগটো পকাত লাগি যাতে খটংকৈ শব্দ নহয় তাৰো সাৱধান লয়; হাতৰ খাৰুবোৰ জোৰকৈ কিলাকুটিৰ ফাললৈ ঠেলি মঙহত খাপ খুৱাই থয়, যাতে সেইবোৰে ঝুনঝুন কৰি নাথাকে। গাধোৱা ঘৰৰ দুৱাৰখন তেওঁ অতি সন্তৰ্পণে খোলে, বন্ধ কৰে। ইটো কোঠালিত তেতিয়া বসন্ত শুই থাকে।

বসন্ত যেতিয়া উঠি পিছ বাৰাণ্ডালৈ যায়, তেতিয়া তাঁৰডালত চাদৰখন ওলমি থাকে, আধা-আধি শুকায়েই। ৰাতিপুৱা তিয়াই দিয়া অইনবোৰ কাপোৰ প্ৰীতিৰাণীয়ে কোঠালিৰ ভিতৰতে মেলি দিয়ে। বাহিৰত,—লাজ লাগে।

প্ৰদীপ দত্তৰ লগত বসন্তৰ মুখামুখি হ'লে দত্তই অতি নম্ৰভাৱে হাঁহে; বসন্তই কিবা এটা সুধিলে সৰুকৈ উত্তৰ দিয়ে।

কথা-বতৰা বাঢ়িছে ৰত্নৰ। পাগঘৰৰ লগতে থকা তাৰ শোৱা কোঠালিত বহি সি নাৰায়ণৰ লগত হাঁহি-মাতি খলখলাই থকা বসন্তই শুনে। নাৰায়ণ দত্তহঁতৰ বন-কৰা ল'ৰা। বয়স ষোল-সোতৰ বছৰমান হ'ব। ৰত্নতকৈ ডাঙৰ।

আৰু অলপ মাত-বোল বেছি শুনা গৈছে মাষ্টৰৰ মাক বুঢ়ীৰ। আগতে বুঢ়ীয়ে পিছফালৰ বাটটোৱেদি পোনেই গৈ পাগঘৰৰ বাৰাণ্ডাত উঠে; মাত লগায়, "কি কৰিছ অ' ৰত্ন?" তাৰ পাছত সোধে—"ডেকা-চাহাব কেনিবা ওলাই গল নে কি?" বসন্ত ঘৰত নাথাকিলে বুঢ়ীয়ে ৰত্নৰ লগতে দুআষাৰ কথা পাতে। তাৰ দৰমহা কিমান, বসন্তই তাক গালি-শপনি পাৰে নেকি,—তাৰ ভু লয়। শেষত ৰত্নই গছত উঠি নিমপাত পাৰি দিব লাগে; কাৰণ বুঢ়ীয়ে অনা হাঁকুটি ডালেৰে চুকি পোৱাত নিমপাত শেষ হৈছিল।

আজিকালি মাষ্টৰৰ মাক পোনে-পোনে সিটো পাগঘৰৰ

ফালে যায়, ভুমুকা-ভুমুক কৰি কোন ক'ত আছে চায়; তাৰ পাছত পিছ দুৱাৰেদিয়েই দত্তইঁতৰ ভিতৰলৈ সোমাই যায়। ভিতৰত কথা-বতৰা হয় প্ৰীতিৰাণীৰ লগত। প্ৰায় পঞ্চাছ বছৰৰ আগতে এইখিনিতে এজোপা কিমান ডাঙৰ আম গছ আছিল, আৰু সেই আমজোপাৰ তলতে থকা ঘৰটোত বহি মহোধৰ বুঢ়াই কেনেকৈ কানি খাইছিল, তাৰ পৰা আৰম্ভ কৰি বুঢ়ীৰ যে এতিয়াও পঠাৰ মঙহ চোবোৱাত অসুবিধা নহয় তালৈকে বখানি যায়, আৰু শেষলৈ প্ৰীতিৰাণীৰ ভৰিত জিনজিননি উঠে।

কিন্তু ৰত্ন, নাৰায়ণ আৰু মাষ্টৰৰ মাকক বাদ দি, ঘৰৰ মালিক-ইঁতৰ মুখৰ মাত নাই। বসন্তই ঠিক কৰিলে, কথাটো ভাল হোৱা নাই। নিৰঞ্জন চৌধুৰী বা তেখেতৰ পত্নীয়ে বোধহয় বসন্ত সম্পৰ্কে বা তাৰ চাকৰিটো সম্পৰ্কে এনেকুৱা এটা গুৰু-গম্ভীৰ ধাৰণা মানুহহালৰ মনত সুমুৱাই দি পাঠিয়াইছে যে মুকলি মাত-কথা এষাৰৰ কাৰণেও তেওঁলোকে মনত বল পোৱা নাই। কথাটো সঁচা।

এদিন দেওবাৰে দুপৰীয়া বসন্ত বিছনাতে দীঘল দি পৰি আছে। মাজৰ ডাঙৰ কোঠালিটোৰ পৰা টুক-টাক শব্দ আৰু মানুহহালৰ অতি সৰু-সৰু মাত আহি আছে। বোধহয় তেওঁলোকে কেৰম খেলিছে। এনে সময়তে পিছ বাৰাণ্ডাত নাৰায়ণে 'চেই চেই' বুলি জোৰেৰে চিঞৰি উঠিল। পাকঘৰৰ বাৰাণ্ডাত কুকুৰ উঠিছিল হ'বলা। তাৰ লগে-লগে প্ৰীতিৰাণীয়ে চেপা মাতেৰে কলে, "অই চিঞৰিছ কিয়? মানুহ শুইছে—নাজাননে কি?"

মানুহ মানে বসন্ত। কথা কেইষাৰ কাণত পৰি বসন্তৰ পুতৌ জন্মি গ'ল। তাৰ উপস্থিতিৰ কাৰণে এহাল মানুহ ইমান সন্ত্ৰস্ত হৈ থকাটো তাৰ নিজৰে ভাল নালাগিল। কিছু সময়ৰ পাছত ভাল চোলা এটা গাত সুমুৱাই, মাজৰ দুৱাৰখন খুলি সি ডাঙৰ কোঠালি-টোলৈ ওলাই আহিল। কোঠালিটোত ভৰি দিয়েই সি সুধিলে, "কেৰম খেলিছে?"

ছিগাৰেট হুপি বহি থকা ডেকাৰ আগত যেন তাহানিয়েই পঢ়োৱা পাঠশালাৰ পণ্ডিত ওলালহি! অত্যন্ত ব্যস্তভাৱে প্ৰদীপ দত্ত বহাৰ পৰা থিয় হ'ল; মুখৰ ভিতৰতে কোৱাদি তেওঁ ক'লে, "নাই— এনেয়ে—"

প্ৰীতিৰাণীয়েও উঠো-উঠো কৰি পিছফালে পৰি থকা ওৰণিৰ কাপোৰখন তুলি ললে। বসন্তই ক'লে "উঠিল কিয়, বহক। আপোনালোকে কি কৰিছে চাবলৈ বুলিহে ওলাই আহিলো।"

দত্তৰ নাৰায়ণক মাতিবলৈ ধৈৰ্য নহ'ল; তেওঁ নিজে ভিতৰলৈ সোমাই গৈ ভাল চকী এখন দাঙি আনিলে; চকীখন ভালকৈ পাৰি দি ক'লে, "বহক।"

বসন্ত বহাৰ পাছত দত্ত বহিল। বসন্তই ক'লে, "খেলক, আপোনালোকে খেলক, মই চাওঁ।"

কিন্তু কোনেও খেলা আৰম্ভ কৰাৰ লক্ষণ দেখা নগ'ল। পাঁচটা ক'লা আৰু চাৰিটা ব'গা গুটি ব'ৰ্ডখনত সিঁচৰতি হৈ পৰি আছে, ৰঙা গুটিটো ইতিমধ্যে কোনোবাই পকেট কৰিছে। বসন্তই সুধিলে, "আপোনালোকৰ ভিতৰত কোনে ভাল খেলে?"

"নাই, মই একেবাৰে খেলিব নোৱাৰোঁ। শিকিছোঁহে।" দত্তই কলে।

"অ', তাৰ মানে আপুনি—।" বসন্তই প্ৰীতিৰাণীৰ মুখলৈ চালে; প্ৰীতিৰাণীয়ে অপ্ৰতিভভাৱে আঙুলিৰে ষ্ট্ৰাইকাৰটো চিকুটি-চিকুটি লাহেকৈ হাঁহিলে।

এইখিনিতে বসন্তই অলপ সৎসাহৰ চিনাকি দিলে। সি ক'লে, "আপোনালোকৰ অসুবিধা নহয় যদি ময়ো খেলো নহ'লে!"

দত্তৰ বোধহয় কথাযাৰ বিশ্বাস কৰিবলৈকে মন যোৱা নাছিল; কিন্তু বসন্তই কৈছে যেতিয়া! তেওঁ "নিশ্চয় নিশ্চয়" বুলি পকেটত সোমাই থকা গুটিকেইটা লৰালৰিকৈ উলিয়াবলৈ ধৰিলে।

খেল আৰম্ভ হ'ল। বসন্ত অকলে, এওঁলোক দুজন এফলীয়া

হ'ল। দত্তই অলপ বিনয় কৰিছিল, কৰাটো স্বাভাৱিক, কিন্তু বেয়া নেখেলে। পিছে ভাল খেলে প্ৰীতিৰাণীয়ে। বাৰে-বাৰে গাৰ কাপোৰৰ সাৱধান লৈ, নামি অহা খাৰুবোৰ বাৰে-বাৰে তুলি লৈ ইমান লাজ কৰি-কৰি খেলা সত্ত্বেও চাওঁতে-চাওঁতে দত্তইঁতৰ ক'লা গুটি ব'ৰ্ডৰ পৰা অদৃশ্য হ'ল! পলাব নাজানি জালত ধৰা পৰা বেঙা মাছৰ নিচিনাকৈ বসন্তৰ তিনিটা বগা গুটিয়ে ব'ৰ্ডত ছট্‌ফটাবলৈ ধৰিলে।

যি কি নহওক, সেয়েই খেলৰ আৰম্ভ। লগে-লগে ঘৰটোৰ মাজৰ কোঠালি, আগফাল-পিছফালৰ বাৰাণ্ডালৈ প্ৰাণ আহিল। নাৰায়ণৰ লগত ৰত্ন কেনিবা ওলাই গ'লেও ঘৰটোত মাত-কথাৰ অভাৱ নহ'ল। মাষ্টৰৰ মাক প্ৰীতিৰাণীৰ ওচৰলৈ নিয়মিতভাৱে আহে; কিন্তু তেখেত যোৱাৰ পাছতেই ঘৰখন নিজম নপৰে, বৰঞ্চ মাজৰ কোঠালিটোত বহি বসন্ত, দত্ত আৰু প্ৰীতিৰাণীয়ে বুঢ়ীয়ে কোৱা কথাবোৰকে আকৌ এবাৰ হাঁহি-হাঁহি পাগুলে। প্ৰীতিৰাণীয়ে আকৌ পাছলৈ বুঢ়ীয়ে তামোল খোৱা আৰু কথা কোৱা ভাওবোৰো সাইলাখ দেখুৱাব পৰা হ'ল।

কথা-বতৰাৰ উপৰিও কেৰম ব'ৰ্ডখন আছে। খেলাৰ আহ্বান অৱশ্যে দুয়োপক্ষৰ পৰা আহে। প্ৰথমতে কিছুদিন বসন্তই অকলে খেলিলে; পাছত মাজে-মাজে সলনা-সলনি হ'বলৈ ধৰিলে। বসন্ত আৰু দত্ত পাৰ্টনাৰ হয়, প্ৰীতিৰাণীয়ে অকলে খেলে। আৰু অলপ ভাল খেলিব পৰা হ'লে দত্তয়ো অকলে খেলি চাব,—তেতিয়া হ'লে প্ৰীতিৰাণী আৰু বসন্ত পাৰ্টনাৰ হ'ব,—এইটো প্ৰশ্নও মাজে-মাজে উঠিছে।

কেতিয়াবা গধুলি খেল চলি থাকোঁতেই হয়তো কোনোবা বন্ধুৱে আহি মাত লগায়,—"দত্ত আছেনে?"

"আপোনালোকে খেলকচোন" বুলি দত্ত আগ ফালৰ কোঠালিলৈ গৈ বন্ধুৰ লগত কথা-বতৰা পতাত লাগে। ইফালে বসন্ত আৰু প্ৰীতিৰাণীৰ খেল চলি থাকে।

এনেকুৱা সময়ত বসন্তৰ বৰ অসুবিধা হয়। টোকৰটো মৰাৰ পাছত গুটি পকেটলৈ গ'ল নে নাই, তাৰ সলনি টোকৰ মৰা আঙুলি কেইটাৰ ওপৰত তাৰ চকু বৈ থাকে। মিহি, দীঘল, নিমজ আঙুলিৰ নখবোৰ একো নঘঁহাকৈ ৰঙচুৱা হৈ থাকে। বীণা বজাবলৈ সৃষ্টি হোৱা আঙুলি যেন লাগে।

"মাৰক, আপোনাৰ।"

বসন্তই যেন চক খাই উঠে। কথাষাৰ কৈয়েই প্ৰীতিৰাণীয়ে মিচিকিয়াই হাঁহে। ষ্ট্ৰাইকাৰটো হাতত লৈ বসন্তই লৰালৰিকৈ গুটিবোৰৰ ওপৰত চকু ফুৰায়। বাওঁফালৰ পকেটটোৰ মুখতে তাৰ ক'লা গুটি এটা আছে, বুঢ়া আঙুলিৰে ষ্ট্ৰাইকাৰটো ঠেলি দিলেই হয়, কিন্তু কেনেকৈ কি হয় বসন্তই ক'ব নোৱাৰে, গুটিটো পকেটলৈ নগৈ খুন্দা-খুন্দলি খাই এনেকুৱা ঠাইত ৰয়গৈ যে পাছৰ বাৰত সি ৰিবাউণ্ড টানিব লাগিব !

প্ৰীতিৰাণীৰ হাঁহিটো আৰু অলপ বেছি হৈ যায়।

প্ৰীতিৰাণীৰ মুখত এই হাঁহিটো আজিকালি লাগিয়েই থাকে।

দেওবাৰে ৰাতিপুৱা বসন্ত অলপ পলমকৈ শোৱাৰ পৰা উঠিল, লাহে ধীৰে চাহ খালে ; খাই এবাৰ এনেয়ে পিছ বাৰাণ্ডালৈ ওলাই আহিল। প্ৰীতিৰাণীয়ে তেতিয়া গা ধুই উঠিছে। আজিকালি তেওঁ ধীৰে-সুস্থিৰে গা ধোৱে। বসন্ত থমক খাই বৈ গ'ল। গা ধুই উঠি প্ৰীতিৰাণীয়ে বগা কাপোৰ এযোৰ পিন্ধিছে ; চুলিবোৰ গোটেই পিঠিখন ঢাকি বাগৰি পৰি আছে ; গাৰ সোণবৰণীয়া ৰংটো আৰু তীব্ৰ, আৰু উজ্জ্বল হৈ উঠিছে। কপাল আৰু শিৰৰ সেন্দুৰৰ দাগ পানীত উটি যোৱাৰ পাছত মুখখন কেতিয়াও আঘাত নোপোৱা নতুনতাৰে জিলিকি উঠিছে। অলপ পাছতে হয়তো প্ৰীতিৰাণীয়ে আয়নাখনৰ আগত থিয় হৈ কপালত আৰু শিৰত নতুন সেন্দুৰ লব। কিছু সময় নোলোৱাকৈওতো থাকিব পাৰে !

ডাঁৰডালত মেখেলা, চাদৰ, ব্লাউজ আৰু কিবা-কিবি মেলি দি

প্ৰীতিৰাণীয়ে দ্বিতীয়বাৰ বসন্তলৈ চালে। কিবা এটা ক'বলৈ বসন্তৰ খোতা-মোজা লাগিল। সি সুধিলে, "ক'ৰবালৈ যাব নে কি আজি ?"

"নাই নাযাওঁ, ক'লৈনো যাব !"

তাৰ পাছত কি সুধিব বসন্তই ভাবিবলৈ ধৰিলে। অলপ বৈ সি ক'লে, "তেনেহ'লে দুপৰীয়া অলপ কেৰমকে খেলিম, কি কয় ?"

"ভাল।" প্ৰীতিৰাণীৰ মুখত আকৌ সেই অদ্ভুত হাঁহি। কিবা যেন জয় কৰি অহা নায়িকাৰ চতুৰ অথচ প্ৰশান্ত হাঁহি।

দুপৰীয়া খাই বৈ উঠাৰ অলপ পাছতে বসন্তৰ মাজৰ কোঠালিৰ দুৱাৰত টোকৰ পৰিল, "আমি ৰেডি, আহক।"

প্ৰীতিৰাণীৰ মাতত মাজে-সময়ে সৰু ছোৱালীৰ উৎফুল্লতা শুনা যায়।

মাজৰ কোঠালিলৈ আহি বসন্তই দেখিলে দুখন চকীত বহি দত্ত আৰু প্ৰীতিৰাণীয়ে গুটি সজোৱাত লাগিছে। ওচৰত তৃতীয় চকীখন নাই ! সি ইফালে-সিফালে চালে,—দূৰৰ চুক এটাত চকীখন আছে। এটা বগা গুটি কম পৰিছে, দত্তহঁতে তাকে পকেটবিলাকত বিচাৰিছে। বসন্তই নিজে চকীখন দাঙি আনিলে। চকীখন আনোতে তাৰ চোতালত থিয় হৈ থকা ৰত্নৰ চকুৰে-চকুৰে পৰিল। চকীখনৰ কাৰণে তাক মতা হ'লেই ভাল আছিল নে কি !

দুটা গে'ম খেলি শেষ হোৱাৰ পাছত এবাৰ আগফালৰ বাৰাণ্ডাত মানুহৰ ভৰিৰ শব্দ শুনা গ'ল। ডিঙি মেলি চাই বসন্তই দেখিলে হৰিচৰণ; কমিছনাৰৰ পিয়ন। বসন্ত উঠি আহিল দুৱাৰমুখলৈ। হৰিচৰণে ভৰি দুখন একেলগ কৰি চালাম এটা দিলে, তাৰ পাছত চিঠি এখনে বহী এখনে বসন্তৰ ফালে আগুৱাই ধৰিলে। বহীখনত চহী এটা দি বসন্তই থিয়ৈ-থিয়ৈ চিঠিখন পঢ়ি শেষ কৰিলে আৰু সুধিলে, "চাহাব এতিয়া ঘৰতে আছেনে কি ?"

হৰিচৰণে গাটো অলপো নলৰোৱাকৈ ক'লে, "হয় ছাৰ।"

"বাৰু তই যা।" বসন্তই ক'লে।

হৰিচৰণে আৰু এবাৰ চালাম জনাই বাৰাণ্ডাৰ পৰা নামি গ'ল।

কোঠালিটো নিস্তব্ধ হৈ গৈছিল।

ইতিমধ্যে বসন্ত 'ছাৰ' হৈ গৈছিল। চিঠিখন ওপৰ জেপত ভৰাই সি ব'ৰ্ডখনৰ ওচৰলৈ উভতি আহোঁতে দত্তই সুধিলে, "অফিছলৈ দৌৰিব লগীয়া হ'লনে কি?" লগে-লগে প্ৰীতিৰাণীয়ে হাঁহিলে। সেই হাঁহিত কোঠালিৰ পৰা 'ছাৰ'টো পলাই গ'ল।

মাজে-মাজে প্ৰয়োজন হ'লে অসময়তে বসন্তক কমিছনাৰে বঙলালৈ মাতি পঠিয়ায়; কিন্তু বসন্তই দৌৰিব নালাগে। সি যায়। বেছি জৰুৰী হ'লে কমিছনাৰে নিজৰ গাড়ী পঠিয়ায়। প্ৰদীপ দত্তই দৌৰাৰ কথাটো কেৱল ধেমালিৰ সুৰত কৈছিল। এনেয়ে তেওঁ ধেমালিও নকৰে; বাৰাণ্ডাত দেখাদেখি হ'লে বিনীতভাৱে হাঁহে, কথা কয়। প্ৰীতিৰাণী মাজত থাকিলেহে তেওঁ মন খুলি দুআষাৰ কথা ক'ব পাৰে।

দত্ত মানুহটোৰ কথা ভাবি বসন্ত প্ৰায়েই আচৰিত হয়। মানুহটোৰ ভয় নাই, আশংকা নাই, একো নাই। মানুহটোৱেই কৈছিল পাৰ্টিশ্যনখন নালাগে বুলি। সচাঁকৈয়ে এতিয়া বসন্তই মাজৰ কোঠালিটোত পাৰ্টিশ্যন এখনৰ কথা ভাবিবই নোৱাৰে। বৰঞ্চ যিখিনিত পাৰ্টিশ্যনখন দিয়াৰ কথা আছিল, ঠিক সেইখিনিতে কেৰম ব'ৰ্ডখনে চৱিছ ঘণ্টা সাজু হৈ থাকি, ঘৰটোক চঞ্চল কৰি ৰাখে। দত্ত এফলীয়া, আৰু প্ৰীতিৰাণী আৰু বসন্তই পাৰ্টনাৰ হৈ খেলাৰ সময়ত প্ৰায়েই সি ভাবে, মনটো কিমান মুকলি হ'লে মানুহ প্ৰদীপ দত্তৰ নিচিনা হ'ব পাৰে? যেতিয়াই মন যায় তেতিয়াই মানুহটো ওলাই গুচি যায়। ঘৰত থাকে কেৱল নাৰায়ণ। কিন্তু বসন্তই জানে নাৰায়ণ ঘৰ-ৰখা ল'ৰা নহয়। সুবিধা পালেই গাৰুৰ তলত ইস্ত্ৰি কৰা পায়জামা পিন্ধি সি বাটলৈ ওলায়।

হঠাতে এদিন বসন্তই প্ৰায় অজ্ঞাতসাৰেই প্ৰীতিৰাণীক নতুন

সুৰত কথা সুধিবলৈ আৰম্ভ কৰিলে। অফিছত জন্মাষ্টমী তিথি পতাৰ আয়োজন হৈছে, দত্ত তিথি-সমিতিৰ সম্পাদক; গধূলি ইটো-সিটোৰ যোগাৰৰ কাৰণে ওলাই যাব লাগে। প্ৰায়েই খেলাৰ দৰে খেলিবলৈ লৈ নতুন কথাৰ সূত্ৰ উলিয়ালে বসন্তই নিজে। কথাত প্ৰীতিৰাণীৰ অলপো কৃপণালি নাই। তেওঁ কৈ গ'ল। তেওঁ অৱস্থাপন্ন ঘৰৰ, টেবুল টেনিছ, কেৰম ব'ৰ্ডৰ ওচৰে-পাঁজৰে ডাঙৰ হোৱা ছোৱালী; ছোৱালী কলেজত ল'ৰাৰ ভাওত অভিনয় কৰা ছোৱালী।

"এবাৰ কি হ'ল জানে?—"প্ৰীতিৰাণীয়ে কলেজীয়া জীৱনৰ ৰঙীন পৃষ্ঠা লুটিয়াবলৈ ধৰিলে। উচ্ছল হাঁহিত এবাৰ তেওঁৰ বুকুখন লাগি ব'ৰ্ডখন, লগতে গুটিবোৰ অলপ লৰি গ'ল। ঘটনাটোৰ কথা কৈ উঠি ষ্ট্ৰাইকাৰটো হাতত লৈ বৰ অসুবিধাজনক ঠাইত থকা গুটি এটা কেনেকৈ মৰা যায় তাকে তেওঁ ঘূৰি-ঘূৰি চাবলৈ ধৰিলে।

ব'ৰ্ডৰ ওপৰত ওলাই থকা প্ৰীতিৰাণীৰ গোটেই দেহাটোৰ ওপৰত চকুফুৰাই বসন্তই তেওঁৰ মুখলৈ চাই ৰল; তাৰ পাছত লাহেকৈ ক'লে, "হয় দিয়ক, সেইবোৰ দিন নিশ্চয় আপোনাৰ বৰ মৰমৰ। এতিয়াতো একেবাৰে সজাত সোমাল! এতিয়া কেনে লাগিছে?"

প্ৰীতিৰাণীয়ে ষ্ট্ৰাইকাৰটো এঠাইত পাতি ললে, আঙুলি টোঁৱালে আৰু তাৰ পাছত ক'লে, "থাকিব জানিলে জেলৰ ভিতৰতো মুকলি হৈ থাকিব পাৰি।" লগে-লগে তেওঁ ষ্ট্ৰাইকাৰটো মাৰি পঠিয়ালে; গুটিটো তীব্ৰগতিৰে দুঠাইত খুন্দা খাই তৃতীয়বাৰত পকেট এটাত সোমাই থাকিল। বসন্ত হতভম্ব হৈ গ'ল। কেনেকৈ এইটো সম্ভৱ তাৰ মগজে ঢুকিয়েই নাপালে।

ৰাতি লাইটটো নুমুৱাই, বিছনাত দীঘল দি পৰি, আন্ধাৰলৈ চাই-চাই বসন্তই ভাবিবলৈ ধৰিলে প্ৰীতিৰাণীৰ কথাবাৰৰ অৰ্থ কি। এটা অৰ্থ সি উলিয়াব পাৰিলে; কিন্তু যিজন মানুহে পাৰ্টি-শুনখনো নালাগে বুলি কয়, ঘৰত অকলশৰে থকা বসন্তকো ভয়

নকৰে, প্ৰদীপ দত্তৰ নিচিনা তেনেকুৱা এজন মানুহৰ কাৰণে সেই অৰ্থটো কিমান করুণ আৰু ভয়াবহ হ'ব পাৰে তাকে ভাবি বসন্তৰ মনটো কোঁচ খাই গ'ল। বসন্তৰ নিজৰ কাৰণে একো ভয় নাই, কাৰণ আৰু এখোজো আগবঢ়াৰ ইচ্ছা তাৰ নাই। কিন্তু বসন্তৰ বাহিৰেতো পৃথিৱীত আৰু বহুত মানুহ আছে!

ভয় লগা সত্ত্বেও বসন্তৰ কিবা কাৰণত অলপ ভালো লাগিল। অন্তৰৰ কোনোবাখিনিত সি অলপ উষ্ণতা অনুভৱ কৰিলে। তাৰ এক অদ্ভুত শান্তি লগা যেন লাগিল।

অশান্তি লাগিল অলপ পাছত। পাগঘৰত নাৰায়ণ-ৰত্নইঁতৰ খুটুং-খাটাং বন্ধ হোৱাৰ পাছত ঘৰটোৰ আন্ধাৰ নিস্তব্ধতা ভেদ কৰি সিফালৰ পৰা চেপা মৰা খিকখিক হাঁহিৰ শব্দ বসন্তৰ কোঠালিলৈ সোমাই আহিল। মাজৰ কোঠালিটোৰ দুৱাৰবোৰ বন্ধ থকাৰ কাৰণে শব্দবোৰ আৰু ৰহস্যময়, আৰু অশান্তিময় হৈ উঠিল। আজিকালি এনেকুৱা প্ৰায়েই হয়। বহুত ৰাতিলৈকে গুণ গুণ কথা, চেষ্টা কৰিও বন্ধ কৰিব নোৱৰা হাঁহি, মাজে-মাজে চুটি-চুটি নিস্তব্ধতা। এইবোৰৰ হাত সাৰিবলৈ বসন্তই সদায় সোন-কালে টোপনিয়াবলৈ চেষ্টা কৰে। মুকলি পথাৰত হাজাৰ-হাজাৰ ছোৱালীৰ উচ্ছল হাঁহি-কলৰোল উপভোগ কৰিবলৈ ভাল, কিন্তু দুৱাৰ বন্ধ শোৱনি কোঠাৰ বাহিৰৰ আন্ধাৰত থাকি এজনী ছোৱালীৰ খিলখিল হাঁহি সহ্য কৰিবলৈ টান।

জন্মাষ্টমীৰ দিনা ৰাতিপুৱাই দত্ত ওলাই গ'ল। অফিছবোৰ বন্ধ। ভালেমান পলমকৈ গা ধুবলৈ বুলি ওলাই আহি বসন্তই দেখিলে, বাৰাণ্ডাৰ সিটো মূৰৰ দুৱাৰখনৰ পৰা প্ৰীতিৰাণীও ওলাই আহিছে হাতৰ ভাঁজত কাপোৰ-গামোচা লৈ।

"আপুনি ধুই লওক তেনেহ'লে, মই পাছত ধুম!" বসন্তই কলে।

"নাই নালাগে, আপুনি আগতে ধোৱক। মোৰ অলপ সময় লাগিব।" প্ৰীতিৰাণীয়ে ক'লে।

"লাগক সময়; মোৰ একো লৰালৰি নাই; আপুনি ধোৱক।" বুলি কৈ বসন্ত পিছ হুঁহকিল। প্ৰীতিৰাণী হাঁহি-হাঁহি গা-ধোৱা ঘৰত সোমাল।

ওচৰৰ কোঠালিটোতে চকী এখনত বহি বসন্তই ব্লে'ড এখনেৰে নখ কাটিবলৈ ধৰিলে। প্ৰীতিৰাণীয়ে পলম কৰিছেও সঁচা। গা-ধোৱা ঘৰটোৰ মজিয়াখনৰ এটা দোষ আছে। কথাটো নিৰঞ্জন চৌধুৰীৰ কাণত পেলাব লাগিব। বেছিকৈ পানী ঢালিলে মজিয়াখনত পানী গোট খায়। বন্ধ দুৱাৰখনৰ দুৱাৰডলিটোৰেদি বসন্তৰ কোঠালিলৈ সামান্য পানী সোমায়। কটা নখখিনি গোটাই খিৰিকিৰে বাহিৰলৈ পেলাই দি বসন্তই বন্ধ দুৱাৰখনলৈ চালে। সিফালে পানী ঢলাৰ শব্দ; দুৱাৰৰ তলেদি ক্ষীণ পানীৰ ধাৰা এটা বসন্তৰ কোঠালিলৈ বাগৰি আহিছে। সেইফালে চাই থাকি হঠাতে তাৰ আগবাঢ়ি অহা পানীৰ ধাৰাটোক এটা কাৰশলা সাপ যেন লাগিল।

এসময়ত বাৰাণ্ডাত তিতা ভৰিৰ দাগ পেলাই-পেলাই প্ৰীতিৰাণী ওলাই গ'ল। তাৰ পাছত বসন্ত গা-ধোৱা ঘৰত সোমায়েই আকৌ ওলাই আহিল। প্ৰতিৰাণীয়ে এৰিব নলগীয়া কিবা-কিবি কাপোৰ ভিতৰত এৰি থৈ গৈছে। পাহৰাতে এৰিলে, এতিয়াই নিবহি বুলি সি অলপ সময় বাট চালে। কিন্তু প্ৰীতিৰাণী দ্বিতীয়বাৰ ওলাই অহাৰ কোনো লক্ষণ দেখা নগ'ল। অগত্যা উপায় নাই কাৰণে বসন্ত দুৱাৰ মাৰি সোমাই পৰিল। কাপোৰ কেইটাৰ কাৰণে তাৰ লাজ আৰু অস্বস্তি লাগিল। ভাল লাগিল কোঠালিটোৰ গোন্ধটো। নিজৰ চাবোনটুকুৰাৰ ফেন উলিয়াই সি নাকৰ ওচৰলৈ নি চালে; নহয়; —আগৰ গোন্ধটো ভাল।

দুপৰীয়া দত্ত এবাৰ ঘৰলৈ আহি কিবা-কিবি খাই আকৌ ওলাই গ'ল। প্ৰীতিৰাণীৰ লগত বন্দবস্ত হ'ল, গধূলি আহি সি তেওঁক তিথি দেখুৱাবলৈ লৈ যাব।

দুপৰীয়া বিছনাত পৰি কিতাপ এখনৰ পাত লুটিয়াই থাকোঁতে বসন্তৰ টোপনি গ'ল। টোপনি ভাগোঁতে সি হাতৰ ঘড়িটোলৈ চাই দেখিলে—তিনি বাজি গ'ল। আচলতে আজি সি শুবলগীয়া নাছিল। বিছনাত উঠি বহোঁতেই তাৰ মনটো বিৰক্তিৰে ভৰি পৰিল। সিকালৰ পৰা মাষ্টৰৰ মাকৰ মাত তাৰ কাণত পৰিলহি থহৰ-থহৰকৈ। মুখ ধুই, চাহ এপিয়লা খাই সি ভিতৰতে বহুত পৰ ইফাল-সিফাল কৰি ফুৰিবলৈ ধৰিলে। মাষ্টৰৰ মাকৰ কথা শেষেই নহয়। বুঢ়ীজনী লাহে-লাহে অসহ্য হৈ আহিছে। আগতে নিমপাতৰ চেলুটো আছিল, আজিকালি কাৰণে-অকাৰণে এবাৰ সোমাই লব পাৰিলেই হ'ল, ওলোৱাৰ নাম নলয়। বসন্তৰ লগত আজিকালি বুঢ়ীৰ কথা-বতৰা প্ৰায় নায়েই; দেখা-দেখি হ'লে বুঢ়ীয়ে কেৱল তাৰ ফালে কেৰাহিকৈ একোবাৰ চায়। এদিন কেৰম খেলি থাকোঁতে দত্তহঁতৰ আগতে বুঢ়ীয়ে তাক কৈছিল,—"ডেকা চাহাবেনো ঘৰখন পাতি নোলোৱা কিয়?" সকলোৱে হাঁহিছিল কাৰণে বসন্তয়ো সেইদিনা হাঁহিছিল, কিন্তু বুঢ়ীৰ কথাৰ সুৰটো সি পছন্দ কৰা নাছিল।

আগফালৰ দুৱাৰমুখত বাটলৈ চাই বসন্ত বহি ৰল। আজি জন্মাষ্টমীৰ দিনা—কাৰাগাৰৰ ভিতৰৰ পৰা কি শক্তিৰ বলত বসুদেৱে নিৰ্বিঘ্নে ওলাই আহিব পাৰিলে—সেই সম্পৰ্কে প্ৰীতিবাণীৰ লগত আলোচনা কৰাৰ তাৰ ইচ্ছা আছিল; কিন্তু এই বুঢ়ীয়ে আজি কোন পুতনা ৰাক্ষসীৰ ৰূপ লৈ আহিছে ঠিক নাই।

পাঁচমান বজাত বুঢ়ীৰ উঠিবৰ হ'ল। উঠাৰ আগে-আগে প্ৰীতিবাণীৰ কাণে-কাণে তেওঁ কি ক'লে ঠিক নাই, প্ৰীতিবাণীৰ গাল মুখ ৰঙা পৰি উঠিল। বুঢ়ীৰ পিছে-পিছে তেৱোঁ আগফালে ওলাই আহিল। বসন্তক দেখি বুঢ়ীয়ে সুধিলে, "কি কৰিছা ডেকা চাহাব?"

"এনেয়ে বহি আছোঁ।"

"ডেকা মানুহ—ফুৰি ফুৰিব লাগে। কিনো মানুহ-তুনুহ নোহোৱা ঘৰটোতে সোমাই থাকে!" বুঢ়ী ৰাস্তালৈ ওলাল।

দুৱাৰত ধৰি প্ৰীতিৰাণী থিয় হৈ ৰল। বসন্তৰ মুখৰ পৰা এটা শব্দও নোলাল। ভৰিৰ পৰা মূৰলৈকে তাৰ গোটেই গাটো যেন জ্বলি উঠিল। তীব্ৰ আক্ৰোশ আৰু অপমানত তাৰ এপাৰি দাঁতে আন পাৰি দাঁতক হেঁচা মাৰি ধৰিলে। বেছি পৰ সি মনে-মনে থাকিবলৈ ধৈৰ্য ধৰিব নোৱাৰিলে; প্ৰীতিৰাণীৰ মুখলৈ নোচাৱাকৈয়ে গম্ভীৰ মাতেৰে সি সুধিলে, "তেখেতে কি সূৰত কথাষাৰ ক'লে মন কৰিলেনে?"

অলপ সময় মনে-মনে থাকি প্ৰীতিৰাণীয়ে ক'লে, "তেখেতৰ কথাবোৰ তেনেকুৱাই, আপুনি একো নাভাবিব।"

বসন্তই সন্মুখৰ ফুলৰ পুলিবোৰলৈ চাই ৰল। কেইজোপামান ফুল গৰুৱে খালে। এই ৰত্নটোৱে একো মন নকৰা হ'ল। নাৰায়ণক লগ পোৱাৰ পৰা তাৰ গাত বায়ু লাগিছে। ঘনাই-ঘনাই বাৰোৱাৰী মন্দিৰত ৰাম-লীলা চোৱা কৰিছে। তাক ধমক এটা দিব লাগিব; বসন্তই ভাবিলে।

ঘটনাটো আৰু অলপ বহলিল। তিথিৰ পৰা উভতি আহি দত্ত অনুতপ্ত অপৰাধীৰ দৰে বসন্তৰ আগত থিয় হ'ল। বুঢ়ীৰ কথাত বেয়া নাপাবলৈ আকৌ এবাৰ তেওঁ বসন্তক অনুৰোধ জনালে। ফলস্বৰূপে বুঢ়ীৰ জঘন্য ইংগিতটো অসংখ্য বিষাক্ত পোকৰ নিচিনাকৈ আকৌ এবাৰ বযন্তৰ মগজত বিয়পি পৰিল।

কেইদিনমানৰ ভিতৰতে আগৰ অৱস্থাটো উভতি আহিল। এদিন দত্তই কেৰম খেলিবলৈ পাউডাৰ এবাকচ কিনি আনিলে। প্ৰীতিৰাণীৰ দামী পাউডাৰ কেৰমবৰ্ডত পিছল কৰাত খৰচ নকৰাৰ পৰামৰ্শ বসন্তয়েই দিছিল। কিন্তু পাউডাৰৰ বাকচটো খোলাৰ প্ৰথম দিনাই খবৰ ওলাল,—দত্ত তিনি ৰাতিৰ কাৰণে মফছললৈ যাব লাগে। সেই কেইৰাতিৰ কাৰণে ঘৰৰ

কি ব্যৱস্থা হ'ব, সেই সম্পৰ্কে আলোচনা চলিল। দত্তই ক'লে,— নাৰায়ণ আছে, ৰত্ন আছে, চলি যাব।

প্ৰীতিৰাণীৰ ভায়েক এটাই কলেজ-হোষ্টেলত থাকি পঢ়ে, তাকে আনি লগত ৰখাৰ কথা উঠিল। দত্তই ক'লে, "তাৰ পঢ়া-শুনাৰ সময়, নালাগে।"

নালাগে ? বসন্ত ভিতৰি-ভিতৰি অস্থিৰ হৈ উঠিল। এনেকুৱা এটা প্ৰকাণ্ড দায়িত্বৰ চিন্তাত সি ভয় খাই গ'ল। বাহিৰত সি প্ৰাণ-পণে সহজ হৈ দেখুৱালে। দত্তই যদি নালাগে বুলি সুস্থভাৱে ক'ব পাৰে, প্ৰীতিৰাণী যদি স্থিৰ হৈ থাকিব পাৰে, সি আতংকিত হোৱাৰ প্ৰয়োজন নাই।

কিন্তু যিদিনা অফিছৰ পৰা আহি সি দেখিলে যে দত্ত মফছললৈ গ'ল, সেইদিনা সি ঘৰত থাকিব নোৱাৰিলে। কেইবা দিনো যোৱা নাই ; সি এবাৰ নিৰঞ্জন চৌধুৰীৰ ঘৰলৈ যোৱাৰ কথা ভাবিলে ; কিন্তু নগ'ল। খুৰীয়েকে সুধিলে একো প্ৰশ্নৰ উত্তৰেই সি আজি সপ্ৰতিভভাৱে দিব নোৱাৰিব। এজন বন্ধুৰ ঘৰত বহি বহুত ৰাতিলৈকে মেল মাৰি যেতিয়া সি উভতি আহিল, তেতিয়া ঘৰটো নিজম পৰিছে। পদূলিত থিয় হোৱাৰ লগে-লগে আকৌ কথাবোৰে তাক বিব্ৰত কৰি তুলিলে। প্ৰদীপ দত্তই তাক যিমান বিশ্বাস কৰিছে, আজিলৈকে কোনোবাই কাৰোবাক সিমান কৰিছে বুলি সি শুনা নাই। সি নিজেও নিজকে ইমান বিশ্বাস কৰা নাই।

চুবুৰিটোৰ ঘৰবিলাকলৈ বসন্তই এবাৰ চকু ফুৰালে। কেৱল মাষ্টৰৰ ঘৰৰ পৰা মানুহৰ মাত আহিছে, বোধহয় তাচ-পাশা চলি আছে। তাৰ বুকুখন ধপধপাই উঠিল। নিজৰ ঘৰটোৰ আন্ধাৰৰ মাজতে বহুত কিবাকিবিয়ে তালৈ বাট চাই থকা যেন লাগিল। সংশয়, বিস্ময়, পুলক, উত্তেজনা,—বহুত কিবাকিবি।

চকুত টোপনিয়ে ভৰ কৰা ৰত্নই মেজত ভাত সজাই দিলে। হঠাতে এবাৰ ভাত চোবোৱা বন্ধ কৰি বসন্তই কাণ থিয় কৰি 'বল।

প্ৰথমতে সি নিজৰ কাণকে বিশ্বাস কৰা নাছিল; কিন্তু হয়, কোনো সন্দেহ নাই।

প্ৰীতিৰাণীয়ে হাঁহি-হাঁহি মাষ্টৰৰ মাকৰ লগত কথা পাতিছে।

প্ৰদীপ দত্ত আৰু প্ৰীতিৰাণীয়ে আলোচনা কৰি কৰা ব্যৱস্থা মতেই মাষ্টৰৰ মাক তিনিদিন তিনিৰাতি প্ৰীতিৰাণীৰ লগত থাকিল। প্ৰীতিৰাণীয়ে অকলে থকাৰ আমনি সহ্য কৰিবলীয়া নহ'ল।

এই তিনি দিন বসন্তও ৰাতিপুৱা-গধূলি ঘৰত থকা নাছিল। অফিছত, বন্ধু-বান্ধৱৰ লগত সময়ে-অসময়ে ব্যস্ত হৈ থকাৰ মাজে-মাজে অসহনীয় অপমানৰ পোৰণিত সি কান্দো-কান্দো কৰি পেলাইছিল। এটা কথা বাৰে-বাৰে সি ভাবিছিল, প্ৰথম দিনাই বাৰিক মিস্ত্ৰিৰ হতুৱাই সি পাৰ্টিশ্যনখন দিওৱা হ'লে আজি হয়তো এই কুৎসিত দেৱালখন গঢ়ি নুঠিলহেঁতেন।

এতিয়া আৰু উপায় নাই। কাঠমিস্ত্ৰি বাৰিকে এতিয়া আৰু একো কৰিব নোৱাৰে।

---

লণ্ডন। ১৯৫৯ চন।

# গংগাস্নান

বিয়াৰ পাছৰ পৰা এইখন মেখেলা চন্দ্ৰাই পিন্ধাই নাছিল। আজি আবেলি বাকচটো খুলি হঠাতে সেইখনতে হাত পৰিছিল, সেইকাৰণে ত্ৰুঘণ্টাৰ কাৰণে পিন্ধি পেলাইছিল। ধুবও নালাগে, ইস্ত্ৰি কৰিবও নালাগে, কেৱল আগৰ ভাঁজে-ভাঁজে ভাঁজ লগাই জাপি পেলালেই হ'ল।

আলনাডালৰ ওচৰতে থিয় হৈ চন্দ্ৰাই সাৱধানে চুক-কোণ মিলাই মেখেলাখন জাপিছিল। ওচৰতে ত্ৰুখনমান পূজা চাই আহিম বুলি গৈ, উভতি আহোঁতে যে তাইৰ পলম হৈছিল, সেইটো তাই ত্ৰুৱাৰডলিত ভৰি দি ধুনাৰ গোন্ধ পায়েই গম পাইছিল। বনকৰা লৰা নন্দীয়ে কোনেও নোকোৱাকৈ উপযাচি যে সন্ধিয়া ঘৰটোত ধুনা নিদিয়ে, সেইটো জনা কথা। কামটো হয় তিলকে নিজে কৰিছে, নাইবা হুকুম দি নন্দীৰ হতুৱা কৰাইছে। আৰু চন্দ্ৰাৰ ভাগৰ কাম তিলকে কৰাটো ভিতৰি-ভিতৰি খং উঠাৰ চিন। সেই কাৰণে চন্দ্ৰা ক'তো নৰলেই; ত্ৰুৱাৰডলিৰ পৰা পোনেই আলনাৰ কাষ পালেহি। তাই ছেণ্ডেল ত্ৰুপাত খুলি নথৈ কিছু দূৰলৈ মাৰি পঠিয়ালে। ৰন্ধা-বঢ়াৰ উপযোগিতালৈ লক্ষ্য নকৰি আগত যিযোৰ কাপোৰকে পালে, তাকে সলাই পেলালে। খুলি পোলোৱা ব্লাউজটো থব লাগে থলে, খুলি পোলোৱা চাদৰখন আলনাডালৰ ওপৰ খলপাত থলে যদিও সেইখনৰ এটা আগ মটিত পৰি ৰল। কেৱল মেখেলাখনৰ ভাঁজবোৰ মিলোৱাত তাই যত্ন ললে। বিয়াৰ পাছত আজিহে হঠাতে এইখন মেখেলা পিন্ধিলে; তাকো ত্ৰুঘণ্টাৰ কাৰণে।

ধূনা তিলকে নিজে জ্বলাইছিল। ইতিমধ্যে মলাটোত সি ছুবাৰ অঙঠা ভৰালে, পাচঁবাৰমান নতুনকৈ ধূনা দিলে, গোটেই ঘৰটোত তিনিপাকমান ঘূৰালে, তথাপি মহৰ কোন-কোননি নকমেহে নকমে। মহৰ আবাসস্থল বুলি সন্দেহ হোৱা সকলো ঠাইতে সি ধোঁৱা দিলে। আঁঠুকাঢ়ি পালেঙৰ তলত সোমাল; টুলৰ ওপৰত উঠি দেউতাকৰ ডাঙৰ ফটোখনৰ পিছ ফালে ধূনাৰ মলাটো ভৰাই দিলে, ওলমি থকা কেলেণ্ডাৰ কেইখন বাওঁহাতেৰে জোকাৰি দিলে। তাৰ পাছত আলনাৰ কাপোৰ-বিলাকৰ মাজতো মহ সোমাই থাকে বুলি মনত পৰাত যেতিয়া সি ভিতৰৰ কোঠালিটোলৈ সোমাই আহিল, চন্দ্ৰাই তেতিয়া মেখেলাখন জাপিছে।

চন্দ্ৰালৈ এবাৰ চাই, ওলমি থকা কোটটোৰ তলত ধূনাৰ মলাটো ধৰি তিলকে সুধিলে, "বহুত দূৰ পাইছিলাগৈ নে কি?"

একে নিমিষতে যেন চন্দ্ৰাৰ বুকুৰ ওপৰৰ পৰা বোজা এটা নামি গল। তাই আশা কৰি থকা মতে তিলকৰ মাতত অকণো গাম্ভীৰ্য নাছিল। মনটো তাইৰ ইমান পাতল লাগিল যে উত্তৰ দিবলৈ তাইৰ খপজপ লাগিল।

তাই কলে, "মই ইমান দূৰলৈ যোৱাৰ কথা ভবাই নাছিলো। পিছে ইখন-সিখনকৈ চাই-চাই গৈ থাকোঁতে একেবাৰে মাৰোৱাৰী পূজাঘৰ পালোগৈ।"

তিলকে কলে, "মই আগতেই ভাবিছিলো। যি কেইজনীৰহে লগত গৈছা!" লাৱণ্যৰ নবৌৱেক, বীণা,—ইহঁত কেইজনীক ফুৰিবলৈ পালে একো নালাগে বুলি তিলকৰ ধাৰণা আছে।

চন্দ্ৰাই হাঁহিলে। হাঁহি-হাঁহি কলে, "নাই, লাৱণ্যহঁতৰ কাৰণে পলম হোৱা নাই। মইহে এঠাইত পলম কৰিলো। অ' বুইছে, আজি মই কি কাণ্ড এটা কৰিলো জানে? লাৱণ্যহঁতে বাটে-বাটে মোক ঠাট্টা কৰি আহিছে।"

তিলকে কিবা এটা ৰসৰ ইংগিত পালে। সি সুধিলে, "কি হ'ল, মোক ঘৰত চকীদাৰ কৰি থৈ গৈছা বুলি ক'লা নেকি ?"

"নহয় ৰব, কথাটো হ'ল কি, পেঘেনিয়াই-পেঘেনিয়াই সুধি থকা সত্ত্বেও মই আজি আপোনাৰ নামটো মুখত নানিলো।"

তিলকে এইবাৰ হাঁহি পেলালে। সুধিলে "কিয় ? আৰু মোৰ নামটো মুখত আনিব লগীয়া হৈছিল কিয় ? কোনোবাই সুধিছিল নে কি ?"

"মানে হ'ল কি, মই মাৰোৱাৰী পূজাঘৰত গোঁসানী সেৱা কৰি উঠিছোঁ, তেনেকুৱা সময়ত মনটো কেনেকুৱা লাগে কওকচোন। আমাৰ নিচিনা কিমানে মোৰ লগতে সেৱা কৰিছে। কাৰোবাৰ-কাৰোবাৰ গৰাকীসকলেও লগতে সেৱা কৰিছে। কিমান ভাল লাগে মনটো ! তেনেকুৱা সময়ত, গোঁসানীৰ আগত আপোনাৰ নামটো মুখত আনিবলৈ ৰব বেয়া লাগিল বুইছে ?"

লেথাৰি নিছিগালৈ কলকলকৈ কথা কৈ যোৱা চন্দ্ৰাৰ অভ্যাস। অকণো চেষ্টা নকৰাকৈ তাই শুনিবলৈ ভাল লগা কথা কয়। তৃপ্তিত তিলকৰ গোটেই মুখত বিয়পি থকা হাঁহিটো জামৰি আহিল। হাঁহিটো ওঁঠৰ কাষত অলপকৈ লাগি ৰ'ল। সিহে যেন ছোৱালী, লাজ যেন তাৰহে লাগিল !

এক মুহূৰ্ত মনে-মনে থাকি সি সুধিলে, "মোৰ কথা সুধিছিলনো কোনে ?"

জাপি-জাপি চন্দ্ৰাই মেখেলাখন এবেগেতমান বহল, তিনিহাত দীঘল কৰি পেলাইছিল ; তাৰে এটা মূৰ থুঁতৰিৰে হেঁচা মাৰি ধৰি বুকুৰ ওপৰেদি ছয়োখন হাত ফুৰাই-ফুৰাই তাই মেখেলাখন লিপিট খুৱাইছিল ; তলমূৰ কৰিয়েই তাই ক'লে, "প্ৰভাত ককাইদেৱে সুধিছিল। বহুত দিনৰ মূৰত আজি তেওঁক হঠাতে লগ পালো। মোৰ খবৰ একো নাজানেই। সুধিছিল ; কৈছিলো। আপোনাৰ নামটো পিছে নক'লো, ক'ব নোৱাৰিলো।"

"কোন প্ৰভাত ককাইদেউ ?" তিলকে সুধিলে।

"আপুনি চিনি নাপাব। প্ৰভাত কাকতী। আমাৰ ঘৰৰ ওচৰতে থাকি কলেজত পঢ়িছিল। বৰ ভাল আছিল বুইছে। মোৰ পৰীক্ষাৰ সময়ত ন'ট-ত'ট দি সহায় কৰিছিল। তেওঁ ন'টবোৰ নিদিয়া হ'লে মই কিজানি পাছেই কৰিব নোৱাৰিলোহেঁতেন। আমাৰ ভাইটি-ভনটিহঁতকো বৰ মৰম কৰিছিল। কেইবাবছৰো আগতে তেওঁ তাৰ পৰা গুচি আহিল। তাৰ পাছত আৰু কোনো খবৰেই নাই। আজি হঠাতে দেখা হ'ল। মোৰ বিয়াৰ কথা শুনি ককাইদেৱে ইমান যে হাঁহিলে! আপোনাৰ নামটো আৰু ঘৰটোৰ ঠিকনা উলিয়াবলৈ ইমান যে চেষ্টা কৰিলে! তাকে লাৱণ্যহঁতে গোটেই বাটটোৱে মোক ঠাট্টা কৰি আহিছে, বোলে ইমাননো ভক্তিনে ?" চন্দ্ৰাই যেন কৈয়েই যাব। সৰল উচ্ছ্বাসত তাই প্ৰায়েই অকণমান ছোৱালী এজনীৰ নিচিনা পাতল হৈ পৰে। কিন্তু তিলকৰ চেপা মাতৰ প্ৰশ্নটোত তাইৰ হাঁহি, উচ্ছ্বাস,—সকলো একমুহূৰ্ততে শেষ হৈ গ'ল। দীঘলে-দীঘলে দুভাঁজ কৰিবৰ মনেৰে তলপেটত এখন হাতেৰে হেঁচা মাৰি ধৰি, তাই থুঁতৰিৰ চেপাৰ পৰা মেখেলাখন এৰি দিলে ; ওপৰ ভাগৰ ভাঁজবোৰ অলপ খুলি গ'ল।

তিলকে অলপ পৰৰ আগতেই মলাটোৰ অণ্ঠা ফুউৱা বন্ধ কৰিছিল। ফুৱাবৰ কাৰণে মুখৰ যিমান ওচৰলৈ মলাটো তুলিব-লগীয়া হৈছিল, ফুৱাবলৈ বন্ধ কৰাৰ পাছতো, সি ক'ব নোৱৰাকৈ মলাটো সিমান ওপৰতে ধৰি আছিল। সি অতি উৎসুকভাৱেৰে চন্দ্ৰাৰ চকুলৈ একথৰে চাই সুধিলে, "কোন প্ৰভাত কাকতী ? ঘৰ ক'ত বাৰু কোৱাচোন।"

তিলকৰ চকুলৈ চাওঁতেই চন্দ্ৰাৰ বুকুখন ধপধপাই উঠিল। চেষ্টা কৰিও তাই অলপ পৰ আগৰ উচ্ছলতাৰে উত্তৰটো দিব নোৱাৰিলে। তাই ক'লে, "ডিব্ৰুগড়ত ; কিয় ?"

"ডিব্ৰুগড়ত ?" তিলকে লগে-লগে চেপা মাতেৰে চিঞৰি

উঠিল। এক মুহূৰ্তৰ কাৰণে কোঠালিটোৰ ভিতৰত দুটা প্ৰাণী কাঠৰ পুতলাৰ নিচিনাকৈ থিয় হৈ ৰ'ল। তাৰ পাছত কোনোমতে অণ্ঠা নপৰাকৈ মলাটো ধৰি, তিলক নিঃশব্দে ওলাই আহিল।

তিলকৰ খোজ কেইটাই যেন চন্দ্ৰাৰ মুখত চেতনা দিলে; তিলক দুৱাৰডলিটো পোৱাৰ লগে-লগে তাই সুধিলে, "কিয়, কি হ'ল কওকচোন।"

সিকোঠালিৰ পৰা কেৱল এটা জড়তাগ্ৰস্ত গুণগুণনি শুনা গ'ল, —"নাই নাই, একো হোৱা নাই।"

কিবাকিবি বহুত হ'ল। চন্দ্ৰাৰ চিন্তাৰ আঁত হেৰাই গ'ল। কি হ'ল, তাই একো বুজিবই নোৱাৰিলে। প্ৰথম ধপধপনিটোৰ লগে-লগেই তাইৰ বুকুখন যি কোঁচ খালে আৰু যেন মুকলি নহ'ল। বনকৰা ল'ৰা নন্দীয়ে ইতিমধ্যে দুৱাৰমুখত থিয় হৈ তাইক দুবাৰো সুধিলে—"আইদেউ, চাউল কেই বাটি লম?"—চন্দ্ৰাই ক'ব নোৱাৰে। তৃতীয়বাৰ সোঁধোতে বোধহয় কথা কেইষাৰ তাইৰ কাণত সোমাল আৰু লগে-লগে তাইৰ উত্তৰত নন্দী উচপ খাই উঠিল,—"সদায় সদায় যিমান লৱ, সিমান লগৈ। কি আকৌ সুধি থাকিবলৈ আহিছ!"

সোধাত নন্দীৰ দোষ নাই। মজিয়াত তেল পৰা, বাওঁহাতৰ তলুৱা খজুউৱা, এক নিৰ্দিষ্ট সংখ্যক শালিকা চৰাই দেখা আদি চন্দ্ৰাৰ এনে কিছুমান চিন আছে, যাৰ পৰা তাই আলহীৰ আগজাননী পায়; ফলত নন্দীক এবাটি চাউল বেছিকৈ লবলৈ কয় আৰু প্ৰায়েই "তাইৰ কথাৰ হাতে-হাতে ফল" বুলি দাবী কৰে। তেনেকুৱা লক্ষণ দেখি আহিবলগীয়া আলহীৰ কাৰণে ভাত ৰান্ধি সাজু কৰি থোৱা চন্দ্ৰাৰ অভ্যাসটোৰ কাৰণে নন্দীয়ে সদায় চাউল কেইবাটি লব সোধে। আজি সি সেমেনা-সেমেনি কৰি গুচি গ'ল; একো বুজিবই নোৱাৰিলে।

তিলকৰ মনৰ অৱস্থা বুজা-নুবুজাৰ বাহিৰ হৈ গ'ল। ভিতৰৰ কোঠালিটোৰ পৰা ওলাই যোৱাৰ পাছতে তাৰ গাৰ সকলো শক্তি নাইকিয়া হৈ গ'ল; মূৰটো ঘূৰোৱা যেন লাগিল। ইচ্ছা নকৰা-

কৈয়ে সি আন্ধাৰে-মুন্ধাৰে আগফালৰ বাৰাণ্ডাৰ হেলনীয়া চকীখনত বহি পৰিল।

কিছুদিনৰ আগতে আমোলাপট্টিৰ চাৰি-আলিত সি প্ৰভাতক লগ পাইছিল। বহুত দিনৰ মূৰত দেখা-সাক্ষাৎ। কলেজৰ প্ৰথম দুটা বছৰত যি কেইজন 'ওস্তাদ' ল'ৰাৰ লগত তাৰ বন্ধুত্ব হৈছিল, প্ৰভাতো তাৰে এজন। সেই বয়সতে প্ৰভাতহঁতে নিজৰ ভিতৰুৱা অভিজ্ঞতাৰ যি বৰ্ণনা দিছিল, তেনে ধৰণৰ দুঃসাহসিক ঘটনাৱলীৰ কথা তিলকহঁতৰ চিন্তাৰ চাৰিবেৰৰ বাহিৰত ; কিন্তু সিহঁতে খুচৰি-খুচৰি সুধি, কথাবোৰ শুনি ভাল পাইছিল। কিন্তু বন্ধু হিচাপে প্ৰভাত তিলকহঁতৰ প্ৰতি সৰল আছিল। বহুত দিনৰ মূৰত প্ৰভাতক দেখি তিলক উচ্ছ্বসিত হৈ পৰিল।—"কি প্ৰভাত, কি খবৰ, ক'ৰ পৰা, আজি-কালি আছ ক'ত, কৰিছ কি ?—ইত্যাদি এজাক প্ৰশ্নৰে সি তাক ঢাকি পেলালে। প্ৰথমতে সি তাৰ সোঁহাতখন জোকাৰি তাৰ পাছত তাৰ বাহুৰ ওপৰত হাত এখন থলে। প্ৰভাতো যথেষ্ট আনন্দিত হৈছিল। সি এটা এটাকৈ তিলকৰ প্ৰশ্নবোৰৰ উত্তৰ দিলে। কোনোমতে ডিগ্ৰিটো ললে। দেউতাকে জোৰকৈ বাগানৰ কাম এটাত সুমুৱাই দিছিল, ভাল নাপাই প্ৰায় এৰিয়েই দিছে। চাহাবী কোম্পানি এটাৰ চাকৰি এটাৰ অলপ আশা আছে। এছিষ্টেণ্ট ডাইৰেক্টৰজনক বাগানৰ মেনেজাৰৰ জৰিয়তে ব্যক্তিগতভাৱে লগ পাই থৈছে ; এতিয়া কলিকতাৰ ইণ্টাৰভিউটো ভাল হ'লেই হয়। তাৰ কাৰণেই সি এতিয়া কলিকতাৰ পথত। সেই আগৰ প্ৰভাত,—পেটত কথা নাথাকে, গলগলীয়া।

কথা পাতি-পাতি সিহঁত ভালেমান দূৰ আগবাঢ়িল। এবাৰ তিলকে অলপকৈ হাঁহি সুধিলে, "বহুত ঠাইতো ফুৰিলি, এক্সপেৰিয়েন্স বাঢ়িছেনে নাই ? অলপ ফূৰ্তি-চুৰ্তি—"

"বহুত, বহুত ; মোকতো তহঁতে জানই, এনজয় কৰাৰ তালত থাকোঁ, আৰু কৰোঁও। পৰিষ্কাৰ। মোৰ সেইবোৰ ভণ্ডামি নাই।

পিছে যোৰহাটত মই মানুহটো চেঞ্জ্‌ড্‌ হৈ গৈছিলো বুইছ। মোৰ নিচিনা দিলৰ মানুহো যে কেতিয়াবা ছেন্টিমেণ্টেল হ'ব পাৰে, তইঁতে ভাবিব পাৰনে ?" নোৱাৰে। সেই কাৰণে তিলকে তাৰ কথাখিনি শুনিবলৈ উৎসাহ প্ৰকাশ কৰিলে। তাতে যোৰহাটৰ কথা ; ব্যক্তিগত আগ্ৰহো আছে। প্ৰভাতে যি সুৰেৰে আৰম্ভ কৰিছে, যথেষ্ট ৰসাল কাহিনী এটা শুনিবলৈ আশা কৰিব পাৰি ; আৰু প্ৰভাতৰ যি স্বভাৱ, চমুকৈ শেষ কৰিব বুলি আশা কৰিব নোৱাৰি। এখন তামোল খাই লোৱা ভাল। তিলকে দুখন তামোল কিনিলে।

দুয়োটা আগ বাঢ়ি গৈ আছে। প্ৰভাতে কৈ গৈ আছে। যোৰহাটৰ এঘৰ মানুহৰ চৌহদৰ ভিতৰত থকা এটা সৰু ঘৰত থাকি প্ৰভাতে বি. এ. পৰীক্ষা দিয়াৰ আয়োজন কৰিছিল। ঘৰৰ মালিক শান্তিপ্ৰিয়, নিৰ্বিকাৰ মানুহ। ঘৰটো আগতে কোনোবা বিপ্লৱী ৰাজনৈতিক দলৰ কাৰ্যালয় আছিল। গোটেই দিনটো বিভিন্ন ধৰণৰ মানুহৰ গমন-আগমন পছন্দ নকৰি, কাৰ্যালয় উঠাই মালিকে ঘৰটো প্ৰভাতক দিলে। অকলশৰীয়া কলেজীয়া ল'ৰা ; হাই নাই, উৰুমি নাই ; ভাৰা দুপইচা কম পাব, সিও ভাল। প্ৰভাতে হোটেলত ভাত খায়, ঘৰটোত থাকে। প্ৰথম কেইদিনমান তাৰ নতুন অৱস্থাটোৰ লগত খাপ খুৱাই লওঁতেই গ'ল। সি সৰু ঘৰটোত তাৰ নিজৰ ভাৱে থাকে ; দুখনমান ভলি খেলিব পৰা মুকলি ঠাই মাজতে এৰি সিফালে মালিকৰ প্ৰকাণ্ড ঘৰ, তাত মালিক মালিকৰ ভাৱে থাকে। কিন্তু এদিন ঘৰৰ গৃহিণীয়ে তাক মাতি নি পৰ্টিকত বহুৱাই চাহ খুৱালে।

মুখৰ পিক পেলাবলৈ বুলি তিলক এবাৰ বাটৰ কাষৰ নৰ্দমাৰ ওচৰলৈ আঁতৰি গ'ল, আকৌ ওচৰ চাপি আহিল।

এইটো প্ৰভাতৰ কপালৰ গুণ নে দোষ, সি ক'ব নোৱাৰে ; কিন্তু যি কাৰণত সি হোষ্টেলত থাকি পাছ কৰিব নোৱাৰিলে, যি কাৰণত সি আত্মীয়-কুটুম্বৰ ঘৰত থাকিও পৰীক্ষা দিবলৈ অমান্তি হ'ল, যি কাৰণত সি হোটেলত খোৱা, জুপুৰীত থকা, নিজে ঠাই সৰা বৃত্তি

লবলগীয়া হ'ল, সেই কাৰণটোৱে তাৰ পিছ নেৰিলে! প্ৰথম দিনা পটিকত বহি চাহ খাওঁতেই সি খোলা দুৱাৰেদি ইফালৰ পৰা সিফাললৈ পাৰ হৈ যোৱা মালিকৰ জীয়েকক দেখিলে।

একান্তভাৱে নাৰীক কাষলৈ চপাই অনাৰ লগত সমাজ, চৰিত্ৰ, নৈতিকতা ইত্যাদিৰ কিমান কি সম্বন্ধ আছে প্ৰভাতে কেতিয়াও ভাবি চোৱাৰ অভ্যাস কৰা নাই; কিন্তু পৰীক্ষাটো পাছ কৰিবলৈ অলপ ত্যাগ স্বীকাৰ কৰাৰ কথা সি কিছুদিনৰ আগৰে পৰা ভাবিছিল। সেই কাৰণে চাহ খাই উঠি নিজৰ ঘৰটোৰ ভিতৰ সোমাই সি কিছু সময় ইফালৰ পৰা সিফালে পাৰ হৈ যোৱা ছোৱালীজনীৰ কথা ভাবিলে; —বেচ ধুনীয়া! কিন্তু—"নাই নাই এইবোৰ চব বাদ—" বুলি সেইদিনা সি পৰীক্ষা যে পাছ কৰিবই লাগিব সেই প্ৰতিজ্ঞাকে দৃঢতৰ কৰিলে।

"কিন্তু বুইছ তিলক," প্ৰভাতে কৈ গ'ল, "ছোৱালী জাতিটোৰ ওপৰত মোৰ একেবাৰে সন্তীয়া ধাৰণা। মোৰ স্বাস্থ্য আৰু চেহেৰাই মোক কিমান সহায় কৰিছে মই ক'ব নোৱাৰোঁ, কিন্তু মই ক'তো হাৰ মনা নাই। ক'ৰবাত হয়তো দহখন ছিনেমাৰ টিকেটৰ খৰচ ভৰিব লগীয়া হৈছোঁ, ক'ৰবাত হয়তো অত্যন্ত কষ্ট কৰি সাহিত্য-সংগীত, আৰ্ট-পলিটিকছৰ আলোচনা কৰিবলগীয়া হৈছোঁ, কিন্তু ক'তো মই পৰাজিত হোৱা নাই।"

তিলকে হো-হোকৈ হাঁহি দিলে। তাৰ মুখৰ পৰা তামোলৰ টুকুৰা ছিটিকি পৰিল।

"তই হাঁহিছ! হাঁহ। দিনে ওঠৰ ঘণ্টাকৈ পঢ়া বুদ্ধু,—তই কিটো বুজিবি? একোজনী ছোৱালীৰ ওচৰলৈ মই যিমান সহজে চাপি গৈছোঁ, সিমান সহজেই আঁতৰিও আহিছোঁ। 'কি কৰিলে প্ৰভাতদা, মোৰ কি হ'ব বুলি' উচুপি-উচুপি কন্দা ছোৱালীয়েও দুমাহৰ পাছত বাটত লগ পাই 'পাহৰি গ'ল নহয়?'—বুলি নিৰৱ নিমন্ত্ৰণ কৰা মই পাইছোঁ। —বাৰু সেইবোৰ বাদ দে। কিন্তু এই মালিকৰ জীয়েকজনীৰ

আদৰ-কায়দা একেবাৰে বেলেগ দেখিলো বুইছ! চাৰিসীমাৰ ভিতৰতে যে মই মানুহটো আছোঁ, তালৈ তাইৰ ভ্ৰূক্ষেপেই নাই। পৰ্টিকৰ ছিৰিত ভৰি দি মই খবৰ কাগজখন খোজোঁ, ভিতৰলৈ গৈ তাই বনকৰা ল'ৰাটোৰ হাতত কাগজখন দি পঠায়! বাটলৈ চাই অকলশৰে চকীত বহি থাকে, মই চোলাৰ বুটাম মাৰি-মাৰি ঘৰটোৰ পৰা আগফালৰ বননিডোখৰলৈ ওলাই আহিলেই এনেধৰণে ভিতৰলৈ গুচি যায় যেন হঠাতে বহুত পৰৰ আগতে জুইৰ ওপৰত তুলি দি অহা গাখীৰখিনিলৈ মনত পৰিল! প্ৰথমে বৰ আচৰিত হ'লো বুইছ! বাৰু ৰহ, কিমান পানীৰ মাছ চাম! পৰীক্ষাটো দি লওঁ। পূৰা এমাহ পঢ়িলো। পঢ়িবলৈ কিয় ক'ব নোৱাৰোঁ—উৎসাহো পালো। পৰীক্ষাও ভাল হ'ল।"

ললিতে আকৌ এবাৰ লাহেকৈ হাঁহিলে। তালৈ চাই প্ৰভাতে সুধিলে, "হাঁহিলি কিয়? অ', এমাহ পঢ়ি পৰীক্ষা ভাল কৰাৰ কথা শুনি? তহঁতৰ নিচিনা পাইছনে কি? তেতিয়া হোষ্টেলত মই পঢ়া-শুনা নকৰিলো কাৰণেতো তই, ভবেশ, ৰত্ন—এই এটাইজাকে তিঘিলঘিলাব পাৰিলি। মই পঢ়িবলৈ লোৱা হ'লে এটায়ো পাত্তা নাপালিহেঁতেন। বাদ দে। পৰীক্ষাৰ পাছত ঘৰলৈ নগ'লো। ছোৱালীজনীৰ ভাব-ভংগীয়ে মোৰ জিদ বঢ়াই দিলে। কোনো ছোৱালীৰ লগত কেতিয়াও ফেৰ মাৰিবলগীয়া হোৱা নাছিল, এইবাৰ মাৰিলো। তোক কৈছোঁৱেই, মই পিছ হুঁহকি অহা ল'ৰা নহওঁ। এইবাৰো নাহিলো।"

তিলকে উৎসুক দৃষ্টিৰে প্ৰভাতৰ মুখলৈ চালে; একান্ত মনেৰে তাৰ কথাবোৰ শুনিলে, যেন ৰেডিঅ'ৰ বাতৰিত তাৰ পৰীক্ষাৰ ৰিজাল্টহে দিব!

প্ৰভাতে কৈ গল, "এদিন গৃহিণীয়ে দুপৰীয়া কেৰম খেলিবলৈ মাতিলে। পাছদিনা ছোৱালীজনীৰ লগত চাহ, লুচি আৰু আলুভাজিৰ

বাজি ৰাখি কেৰম খেলিলো। বে'ষ্ট অব থ্ৰি। ষ্ট্ৰেইট ছে'টত জিকিলো।"

কথাৰ লগে-লগে প্ৰভাতে এটা টিলিকি মাৰিলে। যিটো চেপা মাতেৰে সি ইমান পৰে কথা কৈ আছিল, সেই মাত সলনি কৰিলে। দীঘলকৈ উশাহ এটা টানি দীঘলকৈয়ে নিশাহটো এৰি দিলে। যেন বহু দূৰ অকোৱা-পকোৱা ঠেক বাটেদি আহি-আহি সি আহল-বহল মুকলি বাটত ওলালহি।

"তাৰ পাছৰখিনি একেবাৰে সহজ বুইছ! পিছে মই মোৰ নিজৰ বেলিকা নকৰা কাম কিছুমান কৰিবলগীয়া হ'ল। আই. এ. পৰীক্ষাৰ ইমপৰটেণ্ট কুৱেশ্চন বাছি দিবলগীয়া হ'ল; অ'ৰ-ত'ৰ পৰা কিতাপ বিচাৰি-বিচাৰি আনি ইণ্টাৰমিডিয়েটৰ এনছাৰ লিখি দিবলগীয়া হ'ল। ৰাতি বাৰ-এক বজালৈকে ছোৱালীয়ে পঢ়া-শুনা কৰিবলৈ ধৰিলে। মোৰ এলাৰ্ম বজা ঘড়িটোও নি ললে। মই অকলশৰীয়া বিছনাখনত পৰি থাকোঁ, তাইৰ পঢ়াৰ গুণগুণনিয়ে মোক শুবলৈ নিদিয়ে। তাৰ পাছত কোনোবা এৰাতি বাৰ বজাৰ পাছত, জোন যেতিয়া ডুবিল, —পঢ়াৰ টেবুলৰ পৰা ছোৱালী উঠি আহিল সন্মুখৰ বননিখনলৈ। প্ৰথমতে তাই বৰ ভয় লাগিছে বুলি কৈছিল, কিন্তু মই অভয় দিলো।"

"ডেনজাৰাছ।" তিলকে উচপ খাই কাষলৈ জাঁপ এটা মাৰি আঁতৰি গ'ল আৰু লগে-লগে ওপৰলৈ চালে। ওপৰ মহলাৰ পৰা কোনোবাই ভগা বটল এটা ৰাস্তাৰ ওপৰলৈ পেলাই দিছে; আৰু পেলায়েই আঁতৰি গৈছে। তিলকহঁতে কাকো নেদেখিলে।

"মানুহবোৰৰ কাণ্ডজ্ঞান নাই নে কি!" তিলকে খং আৰু বিৰক্তিভৰা মাতেৰে ক'লে। "ভাগ্যে মোৰ যেনিবা একো নহ'ল; কিন্তু টুকুৰাবোৰ ইয়াতে পৰি থাকিলে কত মানুহৰ কিমান বিপদ হ'ব পাৰে!" ভগা আয়নাৰ টুকুৰাবোৰলৈ চাই তিলক বৈ গ'ল!

প্ৰভাতে ঘটনাটোৰ প্ৰতি সিমান আগ্ৰহ প্ৰকাশ কৰা নাছিল;

ক'লে, "আহ আহ, তললৈ চাই খোজ কাঢ়িলেই হ'ল।" তিলকে একো নোকোৱাকৈ খোজ ললে।

প্ৰভাতে আৰম্ভ কৰিলে, "শুন। সেইৰাতি সেই অহংকাৰী ছোৱালীজনীক মই আগতে লগ পোৱা এটাইবোৰ ছোৱালীৰ লগত মিলাই দিলো। কিন্তু কি হ'ল জান? কিয় ক'ব নোৱাৰোঁ, মোৰ কাৰণে আনবোৰ ছোৱালীৰ লগত এইজনী ছোৱালীৰ এটা পাৰ্থক্য থাকি গ'ল। তাইক মোৰ কাষলৈ চপাই অনাত মই কিছু কষ্ট কৰিবলগীয়া হৈছিল কাৰণেই নেকি, তাইক মই আন দহজনী ছোৱালীৰ নিচিনাকৈ উৰাই দিব নোৱাৰিলো। তাইৰ মৰমখিনি কিবা অদ্ভুত যেন লাগিছিল। বহুত দিনৰ মূৰত এবাৰ সেইফালে গৈছিলো। সিহঁতৰ ঘৰত সোমোৱা নাছিলো। বাটৰ পৰাই দেখিলো, মই থকা ঘৰটোও নাই, আমাৰ মৰমৰ বননিখনো নাই। নতুন ঘৰ উঠিল। জীৱনত প্ৰথমবাৰৰ কাৰণে মোৰ মনটো কোমল হৈ গৈছিল; ...আৰে দুলাল, তই ইয়াত নে কি?"

হঠাতে সিফালৰ পৰা অহা কলেজীয়া দিনৰ আৰু এক বন্ধু দুলালৰ লগত সিহঁতৰ মুখামুখি হৈ গ'ল। এইবোৰ আলোচনা সিমানতে বন্ধ হ'ল। দুলালৰ লগত সিহঁতৰ সম্বন্ধটো ইমান অন্তৰংগ নহয়।

আঠমান বজাত প্ৰভাতে দুলাল আৰু তিলকৰ পৰা বিদায় ললে। যাবৰ সময়ত কৈ গ'ল, "চাকৰিটো যদি পাওঁ তেনেহ'লে এইবিলাক টাউনতে ঘূৰিপকি ফুৰিব লাগিব; নিশ্চয় লগ পাই থাকিম। আচ্ছা।" প্ৰভাতে উৰাজাহাজৰ দুৱাৰমুখত থিয় হৈ জনোৱাদি চালাম এটা জনাই গুচি গ'ল।

সেই প্ৰভাতেই এই প্ৰভাত। ডিব্ৰুগড়ত ঘৰ। যোৰহাটৰ এঘৰ মানুহৰ ঘৰৰ ওচৰতে থাকি পঢ়িছিল। মানুহঘৰৰ ছোৱালীজনীক "অ'ৰ-ত'ৰ পৰা কিতাপ বিচাৰি-বিচাৰি আনি ইণ্টাৰমিডিয়েটৰ এনছাৰ লিখি দিবলগীয়া" হৈছিল আৰু "তেওঁ ন'টবোৰ নিদিয়া হ'লে—" ছোৱালীজনীয়ে "কিজানি পাছেই কৰিব নোৱাৰিলেহেঁতেন।" এই

প্ৰভাতেই সেই প্ৰভাত হয়নে নহয় তিলকে ভুবাৰ ভাবিবলৈ বল গোটাব নোৱাৰিলে। আৰামী চকীখনত ধপকৈ সি বহি পৰিল। চকীখনৰ কাপোৰখন মূৰৰ ফালে অলপ ফাটিছে; আনদিনা সি সাৱধানে বহে, সাৱধানে উঠে, আজি মেৰেককৈ আৰু আধা ইঞ্চিমান ফাটি গ'ল, সি মন নকৰিলে। তাৰ বুকুখন ইমানকৈ কোঁচ খাই গৈছিল যেন সি আৰু উশাহ লব নোৱাৰিব।

কিছু সময়লৈ তাৰ এনেকুৱা লাগিল, সি যেন চিঞৰি দিব—"মোৰ কি হ'ল ? মই কি শুনিলো ?" মাজে-মাজে সি বাঁও হাতেৰে কপালখন পিহিবলৈ ধৰিলে, যেন তাৰ মূৰ কামুৰিছে,—যন্ত্ৰণাত সি অস্থিৰ হৈ উঠিছে। মূৰৰ চুলিবিলাকৰ মাজে-মাজে আঙুলি সুমুৱাই ক'ব নোৱৰাকৈয়ে সি একোবাৰ আঁজুৰিবলৈ ধৰিলে।

ভিতৰত চন্দ্ৰা তেনেকৈয়ে থিয় হৈ আছিল। বুকুৰ ধপ-ধপনিটোৰ বাহিৰে তাইৰ যেন জীৱনৰ কোনো লক্ষণেই নাছিল। এবাৰ যন্ত্ৰৰ দৰে তাইৰ হাতখনে মেখেলাখন আলনাডালৰ ওপৰত থৈ দিলে। আগৰ ভাঁজে-ভাঁজে জাপিব খোজা মেখলাখনৰ এটাইবোৰ ভাঁজ খুলি গ'ল। অলপ পাছতে তাইৰ যেন চেতনা উভতি আহিল। তাইৰ মগজুত চিন্তাৰ বা-মাৰলী উঠিল। তিলকৰ কি হ'ল ? বহুত দিনৰ মূৰত প্ৰভাতক দেখি তাই হতভম্ব হোৱা নাছিল; উচপ খাইছিল; কিন্তু তাইতকৈ বেছিকৈ উচপ খালে তিলকে। কিয় ? প্ৰভাতৰ নাম শুনি ? তাই তলৰ ওঁঠখন কামোৰ মাৰি মাটিলৈ চাই খুচৰি-খুচৰি ভাবিবলৈ ধৰিলে,—অলপ আগতে প্ৰভাতৰ বিষয়ে তাই কি-কি ক'লে। কিবা নক'বলগীয়া কথা কেনেবাকৈ ওলাই গৈছিল নেকি ? ক'তা ? তাইতো তেনেকুৱা একো কোৱা নাই ! কেৱল কৈছিল প্ৰভাত ককাইদেউ খুব ভাল আছিল। তেনেকৈ "খুব ভাল" বুলি তাই কিমানৰ কথা তিলকক কৈছে ! আৰু তিলকক তাই চিনি পায়; পত্নীয়ে "খুব ভাল" বুলি কাৰোবাক প্ৰশংসা কৰিলে অন্তৰৰ কোনোবা-খিনিত মোচোকা খোৱা স্বামী তিলক নহয়। তেনেহ'লে তিলকে

আগৰে পৰা কিবা জানে নেকি ? কেনেকৈ জানিব ? তাই দৃঢ়ভাৱে বিশ্বাস কৰে জীৱনৰ এৰি থৈ অহা কেইটামান উচ্ছৃংখল দিনৰ ঘটনা কেৱল দুটা প্ৰাণীৰ মনৰ ভিতৰতে আবদ্ধ আছে। তাই সপোনতো কাকো কেতিয়াও প্ৰকাশ কৰা মনত নপৰে। দ্বিতীয় প্ৰাণী প্ৰভাত। কিন্তু প্ৰভাতক তিলকে চিনি পাব কেনেকৈ ? যদি কেনেবাকৈ পায়ো, প্ৰভাতে জানো সেইবোৰ কথা প্ৰকাশ কৰিব ? নাই নাই, কেতিয়াও নকৰে। প্ৰভাতে তাইক প্ৰথম দিনাই নিৰ্ভয় দিছিল। অন্ততঃ এজন সুস্থ, শিক্ষিত মানুহে এজনী ছোৱালীৰ জীৱন দুআষাৰ কথাৰে ধ্বংস কৰি নিদিয়ে। তেনেহ'লে ? হয়তো তিলকে উচপ খোৱাৰ লগত প্ৰভাতৰ কোনো সম্পৰ্কই নাই ; আন কিবা কথাতো উচপ খাব পাৰে ; তাইহে লেতেৰা কথাবোৰ মনলৈ আনিছে। হ'বও পাৰে। তাই লৰালৰিকৈ দুৱাৰমুখৰ ফালে আগবাঢ়ি গ'ল। তিলকক সুধিব, কিয় তেনেকৈ সি উচপ খাই উঠিল।

দুৱাৰডলিটোৰ ওচৰতে তাই থমক খাই ৰ'ল। তাইৰ স্পষ্টকৈ মনত পৰিল প্ৰভাত কাকতী বুলি তিলকে তীব্ৰ চেপা মাতেৰে চিঞৰি উঠিছিল। তাইৰ অলপ সকাহ পোৱা বুকুখন আকৌ কোঁচ খাই আহিল। তিলকে প্ৰভাতক চিনি পায়, তাৰ কথা কিবা জানে। কি-কি জানে ? চন্দ্ৰাৰ লগত প্ৰভাতৰ কোনোবা এদিনৰ সম্পৰ্কৰ কথা ? নাই নাই নাই নাই ! চন্দ্ৰাই মূৰটো জোকাৰিলে। সেইবোৰ কথা তিলকে জানিব পাৰে বুলি এক মুহূৰ্তৰ কাৰণে বিশ্বাস কৰিব পৰাটো তাইৰ কাৰণে সন্মুখত দপদপকৈ জ্বলি থকা জুইলৈ সোমাই যাব পৰাটোৰে একে কথা। ইমান সোনকালে এনে এটা তীব্ৰ, মৰ্মান্তিক সিদ্ধান্তলৈ আহিবলৈ তাই কোনোমতে সাহস গোটাব নোৱাৰিলে। জোৰকৈ তাই মনক প্ৰবোধ দিলে, হয়তো প্ৰভাতৰ লগত তিলকৰ কোনোবা দিনৰ কিবা শত্ৰুতা থাকিব পাৰে, যাৰ কাৰণে তাৰ নাম শুনিয়েই তিলক উত্তেজিত হৈ উঠিছিল। যদি সেয়ে

হয়, তেনেহ’লে তাই তিলকক অতি সহজভাৱে সুধিব পাৰে, “আপুনি প্ৰভাত ককাইদেউক চিনি পায়নে কি ? কি হ’ল কওকচোন ।”

তেতিয়া হয়তো তিলকে ক’ব—চিনি পাওঁ মানে ? সি অমুক-তমুক, মোৰ লগত সি এবাৰ এনেকুৱা ব্যৱহাৰ কৰি থৈছে ; মই জীৱনত পাহৰিব নোৱাৰোঁ···ইত্যাদি ।

তেতিয়া চন্দ্ৰাই ক’ব, “ইস ৰাম, এনেকুৱা মানুহ বুলি জনা নাছিলো । দেখিলে দেখোন বৰ ভদ্ৰলোক যেন লাগে । এইবাৰৰ পৰা ৰাস্তাত দেখিলে নামাতোঁ দেও ! ইমান সাংঘাতিক !”—আৰু লগে-লগে চন্দ্ৰাৰ বুকুৰ পৰা নিজৰ দোষী মনৰ কাৰণে চপাই লোৱা অমূলক চিন্তাৰ বোজাটো নামি যাব ।

চন্দ্ৰা আৰু এখোজ আগবাঢ়ি গ’ল । কিন্তু লগে-লগে তাই ওচৰৰ খুঁটাটো হাতেৰে খামুচি ধৰিবলৈ চেষ্টা কৰিলে । প্ৰভাতৰ নামটো দ্বিতীয়বাৰ তিলকৰ সম্মুখত উচ্চাৰণ কৰাৰ কথাত তাই আকৌ এবাৰ জিকাৰ খাই উঠিল । যদি কেনেবাকৈ কেঁচু খানোতে সাপ ওলায় ! নাই নাই, তাই নোৱাৰে । তাতকৈ তাই ধৰি লব, তিলকে এইবোৰ কথা একো নাজানে, ঘুণাক্ষৰেও নাজানে । কি কাৰণে তিলকে উচপ খালে, তাক জানিবলৈ তাই চেষ্টা নকৰে । তাৰ আগত প্ৰভাতৰ নাম কেতিয়াও উচ্চাৰণ নকৰে । আজি নহয়, এমাহৰ পাছত, এবছৰৰ পাছত, কোনোবা অত্যন্ত দুৰ্বল নাইবা মধুৰ মুহূৰ্তত, অতি সাৱধানে, অতি কৌশলেৰে তাই তিলকৰ পৰা উলিয়াই লব পাৰিব, আজিৰ এই উচপ খোৱাৰ কাৰণ কি । কিন্তু তাই এতিয়া এনেকৈ থাকিলেতো নহ’ব ! তিলকৰ কিবা এটা হৈছে । সি আগফালৰ চকীখনত বহা শব্দটো তাই শুনিছে । তায়ো যদি ভিতৰত নিৰ্বাক-নিস্পন্দ হৈ থিয় হৈ থাকে, তেনেহ’লে তিলকে কি ভাবিব ? যদি তিলকে কিবা বেয়া ঘটনাৰ উমান পাইছে, তেনেহ’লে চন্দ্ৰাৰ নিৰ্বাক-নিস্পন্দতাই ঘটনাটোৰ গভীৰতা বঢ়াব ; “নিশ্চয় কিবা এটা আছে” বুলি ভবাত তিলকক সহায় কৰা হ’ব । সেইকাৰণে তাই এই মুহূৰ্ততে সহজ-সৰল হৈ পৰা

দৰকাৰ। তিলকৰ যদি কিবা হৈছে তাই ক'ব নোৱাৰে ; কিন্তু তাইৰ একোৱেই হোৱা নাই ; তাইৰ মনলৈ একো ভাবেই অহা নাই। খিকিন্দালি কৰি-কৰি পূজা চাবলৈ গৈছিল, প্ৰভাত নামৰ চিনাকি মানুহ এজনক লগ পাইছিল, ঘৰলৈ উভতি আহিছে, এতিয়া আকৌ আগৰ মানুহজনী, ইয়াৰ মাজত আৰু একো নাই।

চাদৰখন তাই ঠিককৈ ললে আৰু লগে-লগে ব্যস্ত হৈ উঠিল, যেন কাপোৰ সলাওঁতেহে তাইৰ বহুত পলম হ'ল। লৰালৰিকৈ তাই মাজৰ কোঠালিটোলৈ আহিল ; মাতত অলপো কঁপনি নথকাকৈ, অলপো জড়তা নথকাকৈ তাই ডাঙৰকৈ সুধিলে, "ক'লৈনো গ'ল হয়নে ? লেমটোনো ইমান কমাই থৈছে কিয় ? ইস নেদেখিছা ! এদিন গধূলি লেম জ্বলাবলৈ পায়েই তেলৰ খৰচ কমাবলৈ মনত পৰিল !" লেমটোৰ অকণমান চকাটোত তাই এটা পাক মাৰি দিলে। সাধাৰণতে যিমানকৈ জ্বলে, তাতকৈ বেছিকৈ লেমটো জ্বলি উঠিল।

চন্দ্ৰাৰ সহজ-সৰল ৰসিকতাত আন্ধাৰৰ মাজতে তিলক দ্বিতীয়-বাৰ উচপ খাই উঠিল। চন্দ্ৰাই কি কৈছে, সেইবোৰ সি ধৰ্তব্যৰ মাজলৈ নানিলে ; কেৱল সি ভাবিলে তাই হয়তো এতিয়া তাৰ ওচৰলৈ আহিব। সি মনৰ সকলোখিনি জোৰ একেলগ কৰি বাঞ্ছা কৰিলে—তাই এতিয়া তাৰ ওচৰলৈ নাহক। এই মুহূৰ্তত চন্দ্ৰাক ওচৰত সহ্য কৰাটো হত্যাকাৰী পুতেকৰ ফাঁচিৰ খবৰ থকা খবৰ কাগজখন মাকে মেজত পাৰি লোৱাৰ নিচিনা হ'ব। সি ইচ্ছা কৰিলে, সি যেন সেই ঠাইতে লাহে-লাহে সৰু হৈ নাইকিয়া হৈ যাওক, চন্দ্ৰাই যেন তাক বিচাৰি নাপাওক। তাই ওচৰলৈ আহি তাক একো নোসোধক। তাইৰ লগত সি কি কথা পাতিব, তাইৰ কথাৰ কি উত্তৰ দিব সি ক'ব নোৱাৰে।

চন্দ্ৰা আহিল। প্ৰথমতে তাই দুৱাৰৰ পৰ্দাখন হাতেৰে আঁতৰাই ধৰিলে ; ভিতৰৰ লেমৰ পোহৰৰ অলপমান বাৰাণ্ডাত পৰিল ; সেই পোহৰতে তাই মন কৰিলে, তিলক বহি আছে। দীঘল উশাহ এটাৰে

আৰু অলপ সাহ বুকুলৈ টানি নি তাই আগ বাঢ়ি আহিল; ক'লে, "অ' আই, এন্ধাৰে-মুধাৰে কেনেকৈ বহি আছে! লেমটো আনি দিওঁ নে কি?"

"নাই নাই, নালাগে।" তিলকে সন্ত্রস্ত হৈ চিঞৰি দিলে, যেন নায়ক-নায়িকাই নিজ-নিজ ঠাইত, নিজ-নিজ ভংগীত থিয় হোৱাৰ আগতেই কোনোবাই ড্ৰপছিনখন তুলি দিব খুজিছিল!

চন্দ্ৰাই ক'লে, "তেনেহ'লে আন্ধাৰতনো কি কৰিছে?"

তিলক নিস্তব্ধ হৈ ৰল।

তাৰ চুলিবিলাকৰ মাজত বাওঁহাতৰ আঙুলিকেইটা ভৰাই লাহেকৈ জোকাৰ এটা মাৰি চন্দ্ৰাই সুধিলে, "শুনিছে? কিনো হ'ল আপোনাৰ?"

চুলিৰ মাজত আঙুলিবিলাক তিলকৰ অসহ্য লাগিল। তাইৰ কথাবিলাক সি মন কৰিব খোজা নাছিল; কেৱল ক'লে, "একো হোৱা নাই।" যেন গুৰুতৰ পৰীক্ষা দিবলৈ ওলোৱা পৰীক্ষাৰ্থী এজনক মানুহবোৰে "গুড লাক" দিবলৈ আহি অপকাৰ আৰু বিৰক্ত কৰিছে আৰু তাৰ উত্তৰত কৃত্রিম হাঁহি এটাৰে সি কেৱল কৈছে, "থেংক ইউ!" তাৰ কথাৰ সুৰত চন্দ্ৰা এক মুহূর্ত থমক খাই ৰল, তাৰ পাছত লাহে-লাহে চুলিকোচা এৰি দিলে আৰু ক'লে, "অ' মই ফুৰিবলৈ গৈ পলম কৰাৰ কাৰণে খং উঠিছে নহয়?" চন্দ্ৰাই নিজেই বুজিলে, তাই জোৰ কৰি নিতান্ত অবান্তৰ কথা কৈছে।

তিলকে ক'লে, "মই ৰিকুয়েষ্ট কৰিছোঁ, কাইণ্ডলি মোক অলপপৰ অকলে মনে-মনে থাকিবলৈ দিয়া।"

ঠিক লগে-লগে নহয়, অলপ পৰ থিয় হৈ থাকি চন্দ্ৰা আঁতৰি আহিল। আহোঁতে অৱশ্যে সহজ সুৰেৰে কৈ আহিল, "কেনেকুৱাখন কৰে জানো! থাকক, আন্ধাৰে-মুন্ধাৰে দাৰ্শনিক হৈ বহি থাকক; আমি খানচামা মানুহ পাগঘৰত লাগোঁগৈ।"

পাগঘৰত লগাৰ ভিতৰত চন্দ্ৰাই আঁচুত খুঁতৰিৰ ভেজা দি,

আধাঘণ্টাৰ ভিতৰত আলু কেইটামান কাটিলে ; তাৰ পাছত তাই আকৌ তেনেকৈয়ে বহি ৰল। এসময়ত নন্দীয়ে সন্মুখৰ পৰা বহঁখনে পাচলিৰ খৰাহিটোৰে আঁতৰাই লৈ গ'ল।

কাকো ভাত খাবলৈ মতাৰ সুবিধা নিদি তিলক নিজে ভাতৰ পাতত বহিছিলহি। অনবৰত টেঙা এচাৰ খাবলৈ মন গৈ থকা বেমাৰীক ডাক্তৰৰ পৰামৰ্শ মতে কেৱল চাগু সিজাই দিলে যেনেকুৱা হয়, তিলকে তেনেকৈ দুগৰাহমান ভাত মুখলৈ নিলে ; তাৰ পাছত উঠি গ'ল।

চন্দ্ৰাই সুধিলে, "কি হ'ল ? উঠিল কিয় ?"

তিলকে ক'লে, "খাবৰ মন যোৱা নাই।"

ভাত খোৱাৰ কথা চন্দ্ৰাৰো যেন মনত নাছিল। নন্দীৰ তাগিদাত তিলকৰ কাঁহীখনতে বহি তাই থূপ খাই থকা ভাতখিনি গোটেই কাঁহীখনতে সিঁচি পেলালে ; অলপ পৰ চিকুটি-বাঁকুহি থাকি এবাৰ তাই উঠি গ'ল।

নন্দীয়ে এবাৰ মনে-মনে নিজকে সুধিলে, এইহালৰ কি হ'ল ? ক'ৰবাত যদি কিবা খাই আহিছে, তেনেহ'লে আগতে নক'লে কিয় ? তাৰ পাছত কিছু সময় সি গোজগোজাই থাকিল,—ইমানসোপা ভাত এতিয়া সি কি কৰিব ? ইমানবোৰ ঠাণ্ডা ভাত কাইলৈ কোনে খাব ? বহুত সময় সি ভাতসোপা আগত লৈ বহি থাকিল, তাৰ পাছত খাবলৈ ললে। ভাত খাই তাৰ ভাল নালাগিল। আইদেৱেকে হাত নলগোৱাৰ কাৰণেই নে কি, তৰকাৰী-চৰকাৰী একো ভাল হোৱা নাই।

—"ইস, নেদেখিছা, বৰ একেবাৰে কেঁচুৱাটো ওলাইছে ! কাপোৰখনো ভালকৈ লৈ শুব নোৱাৰে !"—ইত্যাদি ধৰণৰ কোনো কথা যাতে চন্দ্ৰাৰ পৰা শুনিবলগীয়া নহয়, তাৰ কাৰণে ভালকৈ কাপোৰ-কানি জাপি লৈ তিলক শুলে, চন্দ্ৰা শোৱনি কোঠাত সোমোৱাৰ আগতে। চন্দ্ৰাই বহুতবাৰ তাৰ বাহুত ধৰি জোকাৰিলে, বহুতবাৰ গাৰ পৰা কাপোৰ গুচাই দিলে, বাৰে-বাৰে সুধিলে, "কি হৈছে কওকচোন"?

'তিলকৰ একেটা উত্তৰ —"একো নাই হোৱা।"

যিবাৰ সি—"আঃ, শুই থাকাচোন, আমনি নকৰিবা"—বুলি ক'লে, সেইবাৰ চন্দ্ৰাৰ দেহ-মন জঠৰ হৈ গ'ল। কিছু সময় বিছনাতে বহি থাকি তাই গাৰুত মূৰ থলে।

কেইমিনিটমান চিলমিলকৈ টোপনি অহাৰ পাছতে তিলকে সাৰ পাই উঠে; বাৰে-বাৰে, গোটেই ৰাতিটো। ঠিক সাৰ পাই উঠে নহয়, ইঞ্জিনৰ কয়লা জ্বলি থকা কোঠালিটোৰ দুৱাৰখন যেন কোনোবাই মেলি-মেলি দিয়ে, আৰু চেৰেংচেৰেংকৈ তাৰ বুকুৰ পোৰণি উঠে। সি কেৱল ভাবিলে তাৰ কি হ'ল, সি কি শুনিলে।

পাছদিনা কেইবজাত অফিচলৈ আহিব লাগে আৰু কেই বজাত আহিল, তাৰ হিচাপ সি নাৰাখিলে। ল'ৰা-ছোৱালীবোৰে কিমান কিতাপ ওভোতাই দিলে, কিমান কিতাপ ইচ্ছু কৰা হল, তালৈ মন নকৰিলে। চকীখনত বহি মাজে-মাজে সি বাহিৰলৈ চাই ৰ'ল, মাজে-মাজে দুইখন হাত মুঠি মাৰি মেজৰ ওপৰত থৈ, তাৰ ওপৰত কপালখন দি সাৰসুৰ নোহোৱা মানুহৰ নিচিনাকৈ বহি ৰল, মাজে-মাজে কলমডাল হাতত লৈ সম্মুখৰ কাগজখন অজস্ৰ হিবি-জিবি আখৰেৰে ভৰাই পেলালে, যেন তাৰ মনৰ নিষ্ঠুৰ যন্ত্ৰণাখিনি কাগজখনকে বুজাবলৈ চেষ্টা কৰিলে।

সি ধৰি ললে, আৰম্ভ নকৰোঁতেই তাৰ জীৱন জহি-খহি গল। যি কেইদিন সি জীৱনৰ অমিয়া বিচাৰি পালে, তাৰ প্ৰত্যেকটো দিনেই ভুৱা। এনেকুৱা কেইটামান দিনৰ তাৰ কোনো প্ৰয়োজন নাছিল। কোনোবা এটা বেকাৰে যেন ইলেকট্ৰিক মেছিন বেয়া হোৱা দিন কেইটা পাংখা টনাৰ কাম কৰিলে; যি কেইটা পইচা পালে তাতকৈ বহুগুণে তীব্ৰ গাঠি-বিষৰ বেমাৰ লৈ মেছিন ভাল হোৱাৰ দিনা গুচি আহিল। কিয় তাক চন্দ্ৰাই ঠগিলে? সিতো এইবোৰ ঠগ-প্ৰৱঞ্চনাৰ মাজলৈ যোৱা মানুহ নহয়। তাই তাৰ জীৱনলৈ আহিল কিয়? তিলকে তাইৰ লগত প্ৰেম কৰা নাছিল; ক'ৰবাৰ দশমী মেলাত দেখা

পাই, ঠিকনা বিচাৰি-বিচাৰি সিহঁতৰ খবৰ উলিয়াই, মাক-দেউতাকৰ আগত মিছি-মিছি কথা কৈ ভালৰি লগোৱা নাছিল। সামাজিক প্ৰথাত কথা-বতৰা আৰম্ভ হৈছে, তাক ছোৱালীৰ ফটো দেখুউৱা হৈছে, কইনাৰ বাপেকে তাৰ সোঁৱৰণী খোজাই নিছে, বিয়াৰ খৰচৰ কাৰণে দস্তুৰমতে সি টকা ধাৰ কৰিছে, ছ-অনা ওজনৰ সোণৰ আঙঠি পিন্ধাই বিয়াৰ তাৰিখ ঠিক কৰিছে, তাৰ বংশৰ সোতৰ-ওঠৰজন বুঢ়াই হোমৰ থলীত গোটেই নিশা টোপনি খটি কৰিছে। ইমানবিলাক সুবিধা থকা সত্ত্বেও, সময় থকা সত্ত্বেও, তাই আপত্তি নকৰিলে কিয়? দেহ-মন যদি কাৰোবাক উছৰ্গা কৰি থৈছিল, তেনেহ'লে এজন অচিনাকি মানুহৰ লগত বিয়াৰ প্ৰশ্নত প্ৰথম দিনাই তাই ঘোৰ অসম্মতি প্ৰকাশ নকৰিলে কিয়? ছোৱালী মানুহ, পিতৃমাতৃৰ অধীন, দুৰ্বল, এবাৰ মুখ খুলি কথা কোৱাৰ সামৰ্থ্য বা স্বাধীনতা সিহঁতৰ নাই; যি মাক-বাপেকৰ আদৰ-চেনেহ, লালন-পালনত ডাঙৰ-দীঘল হৈছে, তেওঁলোকৰ মনত কষ্ট দিবলৈ, তেওঁলোকৰ মতৰ বিৰুদ্ধে যাবলৈ সাহ আৰু মনৰ বল নাই; ভাল কথা, তিলকেও বিশ্বাস কৰে; কিন্তু যদি ইমান দুৰ্বলেই হোৱা, তেনেহ'লে সকলোৰে অলক্ষিতে, মনে-মনে, মানুহক প্ৰশ্ৰয় দিয়া কিয়? যি মুখৰ ভাষা হেৰাই যায়, যি অন্তৰ দুৰ্বল, যি অন্তৰ পিতৃ-মাতৃৰ মনোৰঞ্জনৰ কাৰণে কাতৰ হৈ উঠিব পাৰে, সেই মুখত মনে পাতি লোৱা প্ৰিয়জনৰ ওচৰত নিৰ্জন পৰিবেশত অনৰ্গল মিঠা-মিঠা কথা ওলাই কিয়? গোপন প্ৰেমৰ অভিযান চলাবলৈ সেই অন্তৰত সাহ গোট খায় ক'ৰ পৰা? শেষ সংগ্ৰামত যুঁজিব পৰা সম্বল গোটাই ল'ব পাৰিবানে নোৱাৰা, সেইবোৰ চিন্তা নকৰাকৈ তিলে-তিলে লোকক ওচৰ চপাই আনা কিয় বা লোকৰ ওচৰ চাপি যোৱা কিয়?

কেঁচা মনৰ ল'ৰা-ছোৱালীয়ে কিতাপৰ মাজত চিঠি দিয়াদিয়ি কৰা ধৰা পৰিলে দেউতাকৰ মাৰ খাই প্ৰেমক নমস্কাৰ কৰাৰ লগত তোমালোকৰ কি পাৰ্থক্য থাকিল? প্ৰভাতক মই চিনি পাওঁ; তুমিতো নোপোৱা! প্ৰভাতে তাৰ জীৱনত লগ পোৱা আন দহজনী ছোৱালীৰ

নিচিনাকৈ হয়তো তোমাৰ কথাও চিন্তা নকৰে। তোমাক কোনোবাই বিয়া কৰি লৈ যোৱাৰ দিনা সি হয়তো ১৯৫৬ চনত প্ৰডাকচন কিয় কমিল তাৰ বিষয়ে কলিকতীয়া কোম্পানিৰ মেনেজিং ডাইৰেক্টৰৰ লগত আলোচনা কৰি থাকিব। তুমিতো প্ৰভাত মানুহটোকে নাজানা! কিন্তু সি প্ৰভাত নহৈ যদি আন এটা ল'ৰা হ'লহেঁতেন যি কাৰোবাক এষাৰ কথা দি সেই কথা দিনে-ৰাতিয়ে, প্ৰতি বিন্দু তেজেৰে সমৰ্থন কৰি থাকে, আৰু সেই কথা ৰাখিব নোৱাৰিলে তিলে-তিলে ক্ষয় হ'বলৈকো সাজু হৈ থাকে, তেনেহ'লে তুমি কি কৰিলাহেঁতেন? মোক বিয়া কৰাই, মোৰ বুকুত আশ্ৰয় লৈ তুমি শান্তি পাবা, হয়তো কিছুদিনৰ পাছত আলফুলীয়া কেঁচুৱা এটা বুকুত লৈ এজনী সম্পূৰ্ণ নাৰী হৈ সকলো পাহৰি যাবা, কিন্তু সেই ধ্বংস কৰি থৈ অহা জীৱনটোৰ কাৰণে অকণমান কান্দিবলৈ কাক ৰাখি থৈ আহিলা? নে তেনেকুৱা অন্তৰ ঢালি মৰম কৰিব পৰা মানুহ নাই বুলি ভাবিছা? নে তুমি নিজে সেই দলৰ ছোৱালী, যি দলে যি কোনো সক্ষম পুৰুষৰ বাহুৰ মাজত নিজকে সৰ্বতোভাৱে এৰি দিয়াকে প্ৰেম বুলি বুজে?

তিলক হঠাতে পোন হৈ বহিল। সি কপালখন আঙুলিৰে পিছিবলৈ ধৰিলে। অলপ দূৰৰ পৰা এছিষ্টেণ্ট লাইব্ৰেৰিয়ানজনে সুধিলে, "কি হ'ল?" তিলকে কেৱল মূৰ জোকাৰিলে,—একো হোৱা নাই। সি জীৱনত কাকো কথা দিয়া নাছিল, কাকো ওচৰ চপাই লোৱা নাছিল। নাছিল এইকাৰণে নহয় যে সি তপোবনত থাকি বেদ-বেদান্ত চৰ্চা কৰি দিন কটাইছিল, সিও কলেজত পঢ়িছিল, সিও সমাজৰ মাজত বাস কৰিছিল, সিও সমৰ্থবান, ধুনীয়া ডেকা আছিল, কামনাই তাকো বাউল কৰিছিল। আনন্দময় দিন কিছুমান আকোঁৱালি ল'বলৈ সিও বহুতদিন আগুৱাই যাব খুজিছিল। কিন্তু যি আনন্দৰ শেষ ফলে তাৰ বহুত অন্তৰংগ বন্ধুৰ জীৱনলৈ ঘোৰ জটিলতা আনিছে, যি আনন্দৰ শেষ ফলে তাৰ বহুত পবিত্ৰ অন্তৰৰ বন্ধুক কন্দুৱাই মাৰিছে, তেনেকুৱা আনন্দত আগ-গুৰি নিচিন্তাকৈ জঁাপ

মাৰি নিদিয়াৰ ধৈৰ্য তাৰ আছিল। বন্ধুৰ মুখত কোনোবা সন্ধিয়াৰ প্ৰেম-মুখৰিত কাহিনী শুনি "তইঁতবেই দিন ভাই" বুলি সিও বহুত নিশা আক্ষেপ কৰিছে। কিন্তু সেই বন্ধুকেই ওপৰ মহলাৰ পৰা জঁপিয়াই মৰিব খোজোঁতে ৰক্ষা কৰি সি শিঁয়ৰি উঠিছে ; "নালাগে, নালাগে, এনেকুৱা আনন্দ মোক নালাগে" বুলি নিজৰ নিজঞ্জাল জীৱনটোক নিজে প্ৰশংসা কৰিছে। এজনী ছোৱালী বিয়া কৰাই তাৰ পাছত মৰম কৰিম বুলি, মনীষী হোৱাৰ মতলবত সি বহি থকা নাছিল ; কিন্তু তাৰ কাৰণে যাতে কাৰো অপকাৰ নহয়, কোনো যাতে তাৰ দ্বাৰা প্ৰতাৰিত নহয়, তাৰ কামনাৰ জুইত পাখি পুৰি কোনো যাতে জীৱনলৈ পংগু নহয়, তাৰ কাৰণে যিখিনি সংযমৰ প্ৰয়োজন, সেইখিনি তাৰ আছিল। কেৱল এজনকে দেহ-মন অৰ্পণ কৰিব খোজাটো মহামানৱৰ নিদৰ্শন নে মান্ধাতা আমোলৰ অন্ধ নৈতিকতা, সেইবোৰ আলোচনা কৰি সিদ্ধান্তলৈ অহাৰ তাৰ প্ৰয়োজন নাছিল ; কিন্তু নিজে সাত ঘাটৰ ঘোলা পানী খাই লোকৰ পৰা গংগাজল বিচৰাৰ ভণ্ডামিক সি ঘিণ কৰিছিল। সি প্ৰভাতৰ নিচিনা নহ'ল। হ'বলৈ যে বিচৰা নাছিল তাক সি জোৰ দি ক'ব নোৱাৰে। প্ৰভাত যিটো পৰিবেশত আছিল, তেনে পৰিবেশলৈ নোযোৱাৰ কাৰণেই হওক, তাৰ স্বভাৱৰ কিবা দৃঢ়তাৰ কাৰণেই হওক, সি হ'ব নোৱাৰিলে। দুৰ্বল মুহূৰ্তবোৰৰ পৰা সি সোঁশৰীৰে সাৰি আহিল। কামনা-বাসনাক মানুহে ফাঁকি দিব নোৱাৰে, প্ৰভাতে ফাকিও দিয়া নাছিল ; কিন্তু তিলকৰ নিচিনা মানুহতো সাৰিও আহিব পাৰে! চন্দ্ৰাক কোনে শিকালে যে কোনোবা মাজনিশা আপোনতম কৰি লোৱা মানুহজনৰ কোনো খবৰ নোলোৱাকৈ, হোমৰ জুইৰ আগত আন এজন মানুহৰ হাতৰ মুঠিত হাত এৰি দিয়াত একো বৈচিত্ৰ নাই? কোনে তাইক ভাৰসা দিলে, "চিন্তা নাই—যি কোনো পুৰুষৰ বুকুত আশ্ৰয় পাবা, প্ৰভাত কিবা এটাহেনে, হাজাৰ-হাজাৰ, প্ৰত্যেকেই" বুলি? পূজা-ঘৰৰ কোলাহলৰ মাজত লগ পোৱা মানুহটোৰ খবৰ, গধূলি ধূনা

অলাই থকা মানুহ এটাক ঘৰত জুই লগা চাই অহা সক ল'ৰাৰ দৰে উচ্ছ্বসিত হৈ দিব পৰাৰ কাৰণে যি নিৰ্ভীকতাৰ দৰকাৰ, সেই নিৰ্ভীকতা তাই ক'ত পালে ?

তিলকে তলৰ ওঁঠখন কামুৰি ধৰিলে। সুধিব চন্দ্ৰাক আজিয়েই, সি পোনে-পোনে সুধিব—দুটা প্ৰাণী গোট খাই সংসাৰ পতা মানে তাই কি বুজে ? বিবাহিত জীৱনক বৈচিত্ৰ্যহীন বুলি তাই ধৰি লৈছে নেকি, আৰু অতীতৰ বৈচিত্ৰ্যময় জীৱনত শিকা লুকাভাকু খেলাৰে এতিয়াও জীৱনক সতেজ কৰি ৰাখিব লাগে বুলি তাইৰ কিবা ধাৰণা আছেনে কি, তাইক আজি সুধিব।

তিলক উত্তেজিত হৈ উঠিল।

পিয়ন নীলকান্তই সুধিলে, "ছাৰ, চাহ নাখালে দেখোন ? ঠাণ্ডা হৈ গ'ল।"

চাহ পিয়লালৈ চাই "অঃ" বুলি সি শব্দ এটা কৰি হাত মেলিলে। নীলকান্তই ক'লে, "ৰ'ব, গৰম কৰি আনো"।

তিলকে একে-সোহাই-গোটেই চাহ পিয়লা পি থলে। নীলৰ মুখলৈ চাই সি দেখিলে, সি হাঁহিছে। তাৰ এনেকুৱা লাগিল, সিও যেন তাৰ লগতে অলপ হাঁহিব পৰা হ'লে ভাল পালেহেঁতেন।

নাই, সি মৰি গলেও চন্দ্ৰাক একো সুধিব নোৱাৰে। এনেকুৱা দুদান্ত সাহ তাৰ নাই। নিতান্ত অসাৱধানতাবশতঃ চকুৰ আগতে সাতখন নতুন কিতাপৰ ওপৰত এবটল চিয়াঁহী বগৰাই দি ক'লা কৰি পেলাওঁতেও সি পিয়নটোক এষাৰ টান কথা ক'ব নোৱাৰিছিল। কোনোবাই কাৰোবাৰ জেপৰ পৰা পইচাৰ বেগটো লাহে-লাহে উলিয়াই নিয়া চকুত পৰিলে ভয় তাৰহে লাগে ;—যদি ধৰা পৰে জেপ লুৰুকাটোৰ কি গতি হ'ব ! কেনেবাকৈ মুখে-চুখে বল পৰিব বুলি ফুটবল খেলাৰ দৰ্শকৰ আগশাৰীত বহিবলৈ সি ভয় নকৰে ; কিন্তু য'ত অন্তৰৰ লাজ, কষ্টৰ প্ৰশ্ন আছে, ত'ত সি অত্যন্ত লাজুক,

অত্যন্ত কাতৰ। চন্দ্ৰাক এইবোৰ কথা সোধাৰ প্ৰশ্নই নাই, তাইৰ চকুলৈ চাবলৈ আজি তিলকৰ লাজ লাগিব, সাহ নহ'ব।

চন্দ্ৰাৰ আগত সি মুখেৰে মাত মাতিব নোৱাৰিলে। যিখিনি সময় সি ঘৰত থাকিল, আলেঙে-আলেঙে ফুৰিলে। বেছিভাগ সময় বাটৰ ফালৰ বাৰাণ্ডাত বহি কটালে, যাতে বাটৰ মানুহে তাক দেখি থাকে ; ভিতৰত থকা সময়খিনি নন্দীক কিবা সূত্ৰত ওচৰতে ৰাখিলে, যাতে তৃতীয় পক্ষৰ উপস্থিতিত ওলাব নলগীয়া কথা নোলায়। দুদিনতে তাৰ চেহেৰা সলনি হৈ গ'ল, মুখ বিবৰ্ণ হৈ গ'ল।

তিলক নথকা সময়খিনিত চন্দ্ৰাই কেতিয়াবা ইটো কোঠালিৰ পৰা সিটো কোঠালিলৈ এনেয়ে অহা-যোৱা কৰি থাকে ; কেতিয়াবা সামান্য আশ্ৰয় পালেই মূৰটো পেলাই ভাবি থাকে, যেন ন-বোৱাৰীয়ে বৰ দামী নেকলেছ এডাল ক'ৰবাত থৈ পাহৰিলে, মনতো পেলাব পৰা নাই, অথচ কাকো ক'বও পৰা নাই। তিলক ঘৰলৈ অহাৰ লগে-লগে তাই প্ৰাণপণে সহজ মানুহজনী হ'বলৈ চেষ্টা কৰে ; জাউৰিয়ে-জাউৰিয়ে তাক প্ৰশ্ন কৰে।

মামলা-মোকৰ্দ্দমা মনে-প্ৰাণে ঘিণ কৰা, অথচ পৈতৃক সম্পত্তি ৰক্ষা কৰিবলৈ কাছাৰিৰ উকিলৰ সম্মুখত থিয় হোৱা মানুহৰ দৰে চন্দ্ৰাৰ প্ৰশ্নবোৰত তিলকে ভীষণ অস্বস্তি অনুভৱ কৰে। সি কেৱল এটা কথাকে প্ৰতিষ্ঠা কৰিবলৈ চেষ্টা কৰিলে,—তাৰ একো হোৱা নাই।

চন্দ্ৰাই সুধিলে, "কিবা কথাত আপোনাৰ যদি কষ্ট হৈছে তেনেহ'লে তাৰ ভাগ মই পাব নালাগে নেকি? মোকতো এনেকৈ আঁৰ কৰিব নাপায়!"

নন্দী ওচৰত নাছিল। কথাষাৰ কৈ-কৈ চন্দ্ৰাই সম্মুখৰ ফালে হাউলি চকিত বহী থকা তিলকৰ একেবাৰে মুখৰ ওচৰত মুখ ৰাখিলে, যেন বহুত দিনৰ আগতে চুম্বক বুলি জনা লোহা এটুকুৰা এতিয়াও চুম্বক হৈ আছেনে নাই চাবৰ কাৰণে আন এটুকুৰা লোহা ওচৰলৈ

আনিলে। তিলকৰ ওঁঠৰ ইমান ওচৰৰ পৰা ওঁঠ ওভোতাই নিয়াৰ কথা চন্দ্ৰাৰ মনত নপৰে।

তিলকে মুখখন ঘূৰাই নিলে। অতি ক্ষীণ মাতত, এটা-এটাকৈ তাৰ মুখৰ পৰা শব্দ কেইটামান ওলাই আহিল, "একেবাৰে অৰ্ধাংগিনীৰ নিচিনাকৈ কথা কৈছা!"

চকুকেইটা সৰু-সৰু কৰি, কপালখন থ,প খুৱাই চন্দ্ৰা একমুহূৰ্ত ৰ'ল, যেন শব্দকেইটা ক'ৰ পৰা আহিছে তাই ধৰিব পৰা নাই। তাৰ পাছত তাই পোন হ'ল। নিষ্ফল হৈ উভতি অহা ওঁঠ দুখন যেন অকণমান কঁপিল। চকীখনৰ ওচৰৰ পৰা আঁতৰি গৈ তাই গোটেই গাৰ ভেজাটো খুটা এটাত দিলে। লাহে-লাহে তাইৰ চকু দুটা চলচলীয়া হৈ আহিল, নাকৰ পাহি দুটা ফুলি-ফুলি উঠিল। তাৰ পাছত খুটাটোত কপালখন থৈ তাই কান্দিলে; নিঃশব্দে, অবিৰাম, অবিশ্ৰান্ত বৰষুণৰ দৰে চকু পানী বোৱাই। তিলক উঠি আহিল। সি ঘৰৰ ভিতৰত নৰ'ল। একেবাৰে বাট পালেহি।

চন্দ্ৰাৰ এই কান্দোনৰ কি অৰ্থ হ'ব পাৰে? কি আচৰিত এই নাৰী জাতিটো! সিহঁতে জীৱনত কিমানবাৰ কান্দে? তিলকৰ অভিজ্ঞতা নাই, শুনিছে; ইহঁতৰ চকুপানীত বোলে বিষ আছে, অমৃত আছে। ইহঁতৰ চকুপানীয়ে হেনো চাওডাঙৰ উদ্যত অস্ত্ৰকো কঁপাব পাৰে। কিন্তু আটাইতকৈ ৰহস্যময় কথা হ'ল ইহঁতে যেতিয়াই-তেতিয়াই কান্দিব পাৰে। নিৰুদ্দিষ্ট ৰাজকুমাৰৰ পবিত্ৰ স্মৃতিত বছৰৰ পাছত বছৰ কান্দি-কান্দি উন্মাদ হ'ব পাৰে. আৰু দ্বিতীয় প্ৰেমিকক চাৰি বজাত লগ পোৱাৰ বন্দবস্ত থাকিলে প্ৰথম প্ৰেমিকক তিনি বজাত চকুপানী টুকি-টুকি বিদায় দিব পাৰে। ইহঁতৰ চকুপানীৰে বহুতৰ জীৱনৰ পথ পিছল, বোকাময় হৈছে।

তিলক ভোল যোৱা সৰু ল'ৰা নহয়, অন্ততঃ মোহত অন্ধ নহয়। সি আহি-আহি বিস্কুট কোম্পানিৰ ওচৰৰ জনবহুল চাৰিআলিটো পাইছিল, তাতে তাৰ চিঞৰি দিবৰ মন গ'ল—মিছা, সকলো ভুৱা।

কিন্তু—চন্দ্ৰাৰ কান্দোনতো সি আগতেও দেখিছে! তেতিয়াতো তাৰ এনেকুৱা বিষাক্ত ধাৰণা হোৱা নাছিল! তিলকৰ মাক আৰু দেউতাকৰ ফটো দুখন ধূলি-মাকতি লাগি লেতেৰা হৈছিল; চন্দ্ৰাক নমাই, মচি আকৌ তুলি থবলৈ কৈছিল। সেই সময়তে আকৌ চন্দ্ৰাই তিলকৰ কাৰণে তিনি দিনত ছুৱেটাৰ এটা গুঠি উলিয়াব পাৰিব বুলি তাৰ লগত বাজী মাৰিছিল। তিলকে বাজীৰ কথা পাহৰি গ'ল আৰু চন্দ্ৰাই পাহৰিলে ফটো মোচাৰ কথা। দুদিনমানৰ পাছত তিলকে ফটো দুখনলৈ আঙুলিয়ালে; চন্দ্ৰাই পাহৰি আছে আৰু সময় পোৱা নাই বুলি দুটা কাৰণ দেখুৱালে। কোনো খং বা বেঁকা ভাব মনত নৰখাকৈ তিলকে সুধিলে, "তোমাৰ যদি কামৰ হেঁচা বেছি হৈছে আৰু এটা সৰু ল'ৰা বা এজনী ছোৱালী ৰাখিম নেকি কাম-বন কৰিবলৈ?" সেইদিনা চন্দ্ৰাই বহুত সময় নমতা-নোবোলাকৈ থাকি পাছত কান্দিছিল। তিলকে যেন এজনী গৃহিণী হিচাপে তাইৰ ওপৰত অনাস্থা প্ৰকাশ কৰিছিল। সেইদিনা তিলকে তাইক বহু সময় ধৰি মৰম কৰিছিল, বুজাইছিল যে তাইক পোৱাৰ পাছত তাৰ একোৰে অভাৱ অনুভৱ হোৱা নাই।

অনুভৱ কৰিবলৈ চন্দ্ৰাই সুবিধা দিয়া নাই। তাই আহিবৰে পৰা তিলকে কোনো দিনেই ঘৰুৱা জঞ্জালৰ কথা চিন্তা কৰা নাই; বুটামৰ অভাৱত চোলাত আলপিন মাৰি অফিছলৈ যোৱা নাই; বাহুত অকণমান ফাটিলেই চোলা নন্দীক দি দিয়া নাই; লেতেৰা গেঞ্জি আলনাৰ চুকত থূপ খোৱা নাই; খালী বাৰাণ্ডাখন এৰি অফিছলৈ ওলাই যাবলগীয়া হোৱা নাই, চন্দ্ৰা সদায় পিছে-পিছে ওলাই আহিছে; পিঠিত যদি সামান্য কুটা এডালো পৰি আছে, বাৰাণ্ডা এৰাৰ আগতে চন্দ্ৰাই টোকৰ মাৰি একৰাই দিছে; অফিছৰ পৰা আহি খালী বাৰাণ্ডাত উঠিবলগীয়া হোৱা নাই, চন্দ্ৰাই বাট চাই বৈ আছে, সুধিছে,— "ছাতিটোযে হাতত ওলোমাই লৈ আহে, মেলি নলয় কিয়?"

তাৰ লগৰ দুই-এজনে তাক কয়—"ভাগ্যবান।" ওচৰ-চুবুৰীয়া বুঢ়ী কেইগৰাকীয়ে চন্দ্ৰাৰ কথা কয়—"লক্ষ্মী।"

আৰু তাৰ বুকুৰ নিচেই কাষত যিজনী মানুহ সি বিচাৰিছিল চন্দ্ৰাৰ মাজত তাতোকৈ বেছি অলংকাৰেৰে সজ্জিতা, উতলাৰ সলনি উন্মাদ কৰিব পৰা এজনী মানুহ সি পাইছিল। কিন্তু আজি তাৰ কি হ'ল? সি যি জানিলে, যি শুনিলে তাৰ এক বিন্দুওতো মিছা নহয়!

তিলকে এবাৰ মূৰ দাঙি চালে, ক'ব নোৱৰাকৈ আহি-আহি কিমান দূৰ পালেহি। আৰু বেছি দূৰ যাবলৈ তাৰ মন নগ'ল; সি উভতিল।

চন্দ্ৰাই কিয় এনে কৰিলে? কিয়, এনেকুৱাওতো হ'ব পাৰে যে কোনোবা এটা উন্মাদ ৰাতি তাই হিতাহিত জ্ঞান হেৰুৱাই পিছল খালে! শোৱনি কোঠাৰ পৰা ত্ৰিছ গজ দূৰৰ এটা সুন্দৰ, সুঠাম ডেকাৰ তীব্ৰ আহ্বান তাই উপেক্ষা কৰিব নোৱাৰিলে! তাইৰ নিচিনা তেজ-মঙহৰ কেইজনী গাভৰুৱে পাৰিব? সি নিজে পাৰিলেহেঁতেন নে? তাৰ মনে সেই আহ্বান উপেক্ষা কৰিব পাৰিলেও হয়তো দেহাই নোৱাৰিলেহেঁতেন। আৰু নোৱৰাৰ কাৰণেই যদি জীৱনৰ সেই দুৰ্বল মুহূৰ্তত সি কেইটামান উন্মাদ মিনিট উপভোগ কৰি পেলালেহেঁতেন তেনেহ'লে তাৰ কাৰণে সি নিজকে কিমান অপৰাধী কৰিলেহেঁতেন?

তিলকৰ এখন তামোল খাবৰ মন গ'ল। বাটৰ কাষৰ দোকান এখনলৈ সি নামি গ'ল। দোকানৰ জাপখন তুলি থোৱা খুটাটোত আঙুলিৰ চুণখিনি মচি সি ভাবিলে—তাৰ ভুলো হোৱা নাই, শুদ্ধও হোৱা নাই। চন্দ্ৰাই জীৱনত যি পিছল খাইছিল, তাৰ দাগ জানো তাইৰ জীৱনত আছে? যদি নাই তেনেহ'লে তাইৰ অপৰাধ ক'ত? যি ভুল তাই কৰিছিল, সেইটোতো তাইৰ ভুল বুলিব নোৱাৰি; সেইটো কিজানি তাইৰ তেজ-মঙহৰেই ভুল, যিখিনি তেজমঙহ সিও উপভোগ কৰিছে!

কিন্তু,—তিলকে ক'ব নোৱাৰাতে ঘৰৰ ফালে অলপ বেগ দিছিল, হঠাৎ তাৰ খোজ কমি গ'ল। কিন্তু পূজা ঘৰত প্ৰভাতক লগ পাই তাই ইমান আনন্দিত হৈ উভতি আহিছিল কিয়? ইমান উচ্ছ্বাসত কথাবোৰ কৈছিল কিয়? বহুত দিনৰ আগতে হেৰাল বুলি এৰি দিয়া নেকলেছ বাকচৰ তলিত হঠাতে এদিন পালে যেনেকুৱা আনন্দ লাগে, তেনেকুৱা আনন্দত কথা কৈছিল কিয়? এইটোতো কোনোবা দিনা হঠাতে পিছল খাই পৰি, গা-পা ধুই, পিছল খোৱাৰ কথা পাহৰি যোৱাৰ লক্ষণ নহয়! এইটো কোনোবা কালত লুতুৰি-পুতুৰি হৈ বোকা খেলাৰ স্মৃতি সযতনে বুকুত ৰাখি থোৱাৰ নিচিনা কথা। প্ৰভাতক লগ পাই এতিয়াও চন্দ্ৰাৰ যি উচ্ছলতা, সেইটো চন্দ্ৰাৰ জীৱনত পিছল খোৱাৰ দাগ।

আৰু প্ৰভাতৰ নিচিনা ল'ৰা এটাৰ মনো "জীৱনত প্ৰথম বাৰৰ কাৰণে কোমল হৈ উঠিছিল।" কিয়? প্ৰভাতে কৈছিল, সি লগ পোৱা আন দহজনী ছোৱালীৰ নিচিনাকৈ সি এইজনী ছোৱালীক উৰাই দিব নোৱাৰিলে; কিয়?

ঘৰৰ সন্মুখত থিয় হৈ, আন্ধাৰ ঘৰটোলৈ চাই তিলকে ভাবিলে, সি সোমাবনে নোসোমায়।

অফিছৰ মেজখনত কিলাকুটিৰ ভেজা থৈ সি ভাবিলে, তেনে-হ'লে সি ধ্বংস হৈ যাব? যি শাস্তিৰ কাৰণে সি জীৱনটোক বান্ধি ৰাখিলে, বিনা দোষত সেই শান্তি সি কিয় হেৰুৱাব? নাই, জীৱনক ইমান সহজে সি এৰি দিব নোৱাৰে। এই লাইব্ৰেৰিতে বহি সি জীৱনৰ জটিলতা সম্পৰ্কে বহুত কথা পঢ়িছে। এটা প্ৰাণীক আপোন কৰি লোৱাৰ চেষ্টাতে হেনো মানুহ যুগ-যুগ ধৰি হায়ৰাণ হৈ আহিছে। সিও হায়ৰাণ হৈছে; হওক। নিজকে ধ্বংস কৰাৰ আগতে তাক এটা শেষ দেখিবলৈ লাগে।

তিলকে যেন মনত অলপ জোৰ পালে। তাৰ গোটেই কথাবোৰ আকৌ এবাৰ ভাবি চাবলৈ মন গ'ল।

চন্দ্ৰাক নাপালেও প্ৰভাতকতো সি চিনি পায়! প্ৰভাতে নিজেই কয়, "সি উভতি অহা ল'ৰা নহয়।" সেই কাৰণেই কিজানি চন্দ্ৰা আগবাঢ়ি আহিবলৈ বাধ্য হ'ল! প্ৰভাতে তাক কৈছিল,—ছোৱালী-জনীৰ উদাসীনতাত তাৰ জিদ বাঢ়ি গ'ল,—সি উঠিপৰি লাগিল—কিমান পানীৰ মাছ—চাবলৈ। তাৰ মানে চন্দ্ৰাক পঢ়া মেজৰ পৰা উঠাই আনিবলৈ প্ৰভাতে যথেষ্ট কষ্ট কৰিছিল, অৰ্থাৎ ধৰা নিদিবলৈ চন্দ্ৰায়ো যথেষ্ট চেষ্টা কৰিছিল। শেষ পৰ্যন্ত হয়তো তাই দৃঢ়প্ৰতিজ্ঞ প্ৰভাতৰ প্ৰলোভনৰ মায়াত ভোল যাবলৈ বাধ্য হৈছিল। যদি সেয়ে হয়, তেনেহ'লে এতিয়াও প্ৰভাতক "বৰ ভাল আছিল" বুলি ক'লে কিয়? ন'ট দি সহায় কৰাৰ কাৰণে তাই এতিয়াও তাৰ প্ৰতি কৃতজ্ঞ কিয়? ছোৱালী মানুহৰ স্বভাৱসুলভ কোমলতা আৰু সাধাৰণ ভদ্ৰতাৰ কাৰণেই যেনিবা পূজাঘৰত তাক হাঁহি মুখেৰে উত্তৰ দিলে; কিন্তু ঘৰলৈ আহিতো তাই "এজন চিনাকি মানুহক লগ পাইছিলো, বেছি পৰ কথা নাপাতিলো, কাৰণ মই জানো মানুহজন বৰ ভাল নহয়" বুলিও ক'ব পাৰিলেহেঁতেন! তিলকে যদি প্ৰভাতক আগৰ পৰাই নাজানিলেহেঁতেন, তেনেহ'লে চন্দ্ৰাই বৰ ভাল বুলি কোৱাৰ পাছত সিয়ে ক'লেহেঁতেন, "এ, কেতিয়াবা আকৌ পালে মাতিবাচোন ময়ো চিনাকি হম।" তাৰ পাছত হয়তো প্ৰভাত ককাইদেউ আহিল-হেঁতেন; কেতিয়াবা এসাজ ভাতো খালেহেঁতেন, এৰাতি থাকিও গ'ল-হেঁতেন! তিলক অধৈৰ্য হৈ উঠিল। কোনে ক'ব পাৰে, দহ বজাৰ পৰা চাৰিবজালৈ সি অফিছত সোমাই থকা সময়খিনিত কিমান দিন প্ৰভাতে তিলকহঁতৰ গেটখন খুলিছে, বন্ধ কৰিছে?

ছি ছি ছি ছি! তিলকে অকলে-অকলে তীব্ৰ গতিৰে মূৰটো জোকাৰিলে। নাই নাই, সি বৰ বেছিকৈ ভাবিছে। ইমান তললৈ নামিবলৈ চন্দ্ৰাই তাৰ পৰা কি পোৱা নাই? কিহৰ অভাৱত তাই

ইমান কুৎসিত হৈ উঠিব ? নিজৰ পত্নীৰ কথা এনেকৈ ভাবিব পৰাটোত তাৰ নিজৰ পুৰুষত্বৰ প্ৰশ্নও জড়িত হৈ আছে। চন্দ্ৰাই যিয়েই নকৰক, পাপ-পুণ্যৰ জ্ঞান থকা ছোৱালী হৈ তাই এনে কৰিব নোৱাৰে। তাইৰ মনত যদি এতিয়াও কিবা থাকিলহেঁতেন, তেনেহ'লে প্ৰভাতক আপোন কৰি লবলৈ তিলকৰ সৰ্বময় বিস্তৃতিৰ মাজেদি তাই এটা সুৰুঙা উলিয়াব পাৰিলেহেঁতেন। প্ৰভাতক যিদিনা তাই নিজকে এৰি দিছিল, সেইদিনাৰ কাৰণে অকল প্ৰভাতক তাই দোষ দিব নোৱাৰে। দোষ যদি প্ৰভাতৰ আছিল, তাইৰো আছিল। তাই যদি সেই ৰাতি আনন্দিত হৈছিল তেনেহ'লে সেই ৰাতিৰ কাৰণে প্ৰভাত ভাল মানুহ, বৰ ভাল মানুহ। আজি প্ৰভাতক তাই অপমান কৰিবলগীয়া বা বেয়া বুলিবলগীয়া কিয় হ'ব ? আৰু অপমান কৰিব বা বেয়া বুলিব নোৱৰাটোৱে এতিয়াও প্ৰভাতক প্ৰশ্ৰয় দিয়া বুজায়নে ? নুবুজায়। হয়তো এটা স্বাৰ্থহীন, অনাসক্ত, সৰল সম্পৰ্কও বুজায়।

তিলক সোনকালে অফিছৰ পৰা ওলাই আহিল।

চন্দ্ৰাই প্ৰথমতে নিজৰ মনকে বিশ্বাস কৰা নাছিল ; ঘৰ সোমায়েই ছাতিটো তিলকে চন্দ্ৰাৰ হাতত দি ক'লে, "বুজিছা, গৰম কাপোৰ-যোৰযে অৰ্ডাৰ দিছিলো, আজি ট্ৰায়েল দি আহিলো। পৰহিলৈ দিব। পইচাহে নাই এতিয়া।"—

চন্দ্ৰাৰ যেন কথা কাণত নোসোমাল। তিলক থাকিলে পইচা নথকাৰ নিচিনা নগণ্য কথা এৰাৰ তাইৰ কাণত কিয় সোমাব ?

হঠাতে ঘৰখনৰ চাঞ্চল্য বাঢ়ি গ'ল। নন্দীৰ মুখত আকৌ অদ্ভুত সুৰত হিন্দী কথাছবিৰ গান শুনা গ'ল ; চন্দ্ৰাই চুলিৰ জোট ভাঙি-ভাঙি আঁচুৰি-পিচুৰি ভালকৈ খোপা এটা বান্ধিলে, তিলকৰো মনত পৰিল, "হেৰা, বহুত দিন অমিতাৰ খাৰ খোৱা নাইহে !"

শোৱা কোঠালিত আকৌ ৰাজভগনৰ কথা ওলাল। কোনোবা এদিন দুপৰীয়া ক্ষৌৰকাৰে অসাৱধানতাবশতঃ নন্দীৰ ডাঢ়ি খুৰাওঁতে গালত থকা মাহ এটা কাটিলে, বহুত তেজ ওলাল। নন্দীয়ে বহি

থকা ইটো চপৰাবে ক্ষৌৰকাৰৰ জীৱনৰ ওপৰত হাত দিব খুজিছিল, ঘটনাটো দেখি চন্দ্ৰাৰ হাঁহিত তত নাই। বিছনাত শুয়ো তাই হাঁহিলে, তিলকেও হাঁহিলে। তাৰ পাছত ওলাল,—গাত তিল, তুলসী, মাহ এইবোৰ থাকিলেযে কিবা-কিবি হয় বুলি কয় সচাঁনে মিছা। চন্দ্ৰাই ক'ৰবাত শুনিছে—ওঁঠত তিল থাকিলে বোলে মানুহ বিলাসী আৰু প্ৰেমিক হয়। তিলকে সুধিলে, "তোমাৰ ওঁঠত আছে নে কি ?" চন্দ্ৰাই মুখখন ওচৰলৈ আনি দেখুৱালে, "নাই চাওক।"

তিলকে তাইৰ তলৰ ওঁঠখন আঙুলিৰে লিৰিকি-বিদাৰি থাকিবলৈ ধৰিলে। এবাৰ সি সুধিলে,—"তোমাৰ এইখন ওঁঠত ময়েই প্ৰথমে চুমা খাইছোঁ নহয় ?" হঠাতে প্ৰশ্নটো কৰিয়েই সি বুজিলে,— সি যেন পাপী।

চন্দ্ৰাৰ বুকুখন এক মুহূৰ্তৰ কাৰণে চাঁৎকৈ উঠিল। অলপ পাছতে এবাৰ সেপ ঢুকি, লাহেকৈ তাই ক'লে, "ওঁ"।

তিলকৰ মূৰৰ ভিতৰত যেন একুৰা জুই জ্বলি উঠিল, হাতখন যেন জঠৰ হৈ গ'ল।

ফাকি। দুৰ্দান্ত ফাকি। ইহঁতে জীয়া-ফাকি দিব পাৰে। প্ৰভাতকো যে তাই দ্বিতীয় বাৰৰ বাবে ফাকি দিয়া নাছিল তাৰ কি প্ৰমাণ আছে ? মূৰৰ সেন্দুৰ মচি, অচিনাকি ঠাইত থৈ দিলে, এইজনী ছোৱালীয়েই আকৌ অনাঘ্ৰাত ফুল বুলি দাবী কৰিব—তেজ মঙহৰ লোভত। অন্তৰ বোলা বস্তু এটা ইহঁতৰ নাই ; সেই কাৰণে অন্তৰৰ কলুষিতাৰো প্ৰশ্নই নাই। যি জীৱনত এবাৰ পাপ লুকুৱাবলৈ সচেষ্ট হৈছে, সি নিজে ক'ব নোৱৰাকৈয়ে আৰু দহোটা পাপত ডুব যাবলৈ প্ৰস্তুতি চলাইছে। যদি দেহাৰেই ইমান খঁক, তেনেহ'লে চন্দ্ৰা মোৰ ওচৰলৈ আহিল কিয় ? মোক দিনে-ৰাতিয়ে প্ৰবঞ্চনা কৰি মাৰিছে কিয় ?

এছিষ্টেণ্ট লাইব্ৰেৰিয়ানজনক তিলকে ক'লে, "আপুনি এই কেইদিন

কামলৈ অলপ চকু দিব ; মই বোধকৰোঁ ছুটী লম কেইদিনমানৰ কাৰণে।”

এছিষ্টেণ্ট লাইব্ৰেৰিয়ান যেন আকাশৰ পৰা খহি পৰিল! ক’লে, “ময়ো ছুটী লৈছোঁ পোন্ধৰ দিনৰ। সাত তাৰিখে মোৰ বিয়া। আপুনি গমেই পোৱা নাই নেকি ছাৰ?”

“বিয়া?” তিলকে মানুহজনৰ মুখলৈ এক দৃষ্টিৰে চাই ৰ'ল। “বহুকচোন।” ওচৰৰ চকীখনলৈ সি আঙুলিয়াই দিলে, যেন দেশ-ভ্ৰমণ কৰিবলৈ ওলোৱা মানুহ এজনক অভিজ্ঞ মানুহ এজনে উপদেশ দিবলৈ বহুৱাই লৈছে!

সি হঠাতে এছিষ্টেণ্ট লাইব্ৰেৰিয়ানজনক প্ৰশ্ন কৰিলে, “কেনেকুৱা ছোৱালী আপুনি বিয়া কৰিব?”

মানুহজন হতভম্ব হৈ গ’ল। তিলক সম্বন্ধে কিছুদিনৰ আগৰ পৰাই তেওঁ আঁতিগুৰি নোপোৱা কথা কিছুমান ভাবিছিল, এতিয়া তেওঁ কেৱল ভাবিলে, ছাৰৰ হ’ল কি! তেওঁ লাহেকৈ, লাজ কৰি উত্তৰ দিলে, “জানো, ছোৱালী কেনেকুৱা, এতিয়াই মই কেনেকৈ কওঁ।”

“নিশ্চয়”, তিলকে মুখতে ধৰিলে ;—“ওপৰৰ সমান পানী দেখি বিলৰ তলিত কি আছে কোনেও ক’ব নোৱাৰে। কিন্তু কিছুমান ভুল আপুনি নকৰিব। আমাৰ তিৰোতা মানুহৰ সততা, নৈতিকতা সম্পৰ্কে কিছুমান বৰ ঠেক বিচাৰ-বুদ্ধি আছে। আপুনি যিজনী ছোৱালী বিয়া কৰাব, সেই ছোৱালীজনীৰ অন্তৰখন পাবলৈ চেষ্টা কৰিব ; আৰু তেতিয়াহে আপুনি পাব—যদি আপুনিও আপোনাৰ অন্তৰখন উবুৰিয়াই দিব পাৰে। বহুতে বাচনৰ তলিৰ গেদখিনি ওলাই পৰাৰ ভয়ত বাচনটো উবুৰিয়াবলৈ ভয় কৰাৰ দৰে অন্তৰখন খুলি দিবলৈ ভয় কৰে। কিন্তু সেইটো ভুল। আপুনি ঠিক বুজিব, অন্তৰৰ পৰা কি ওলাই গ’ল, সেইটো ডাঙৰ কথা নহয়, অন্তৰত কি সুমুৱাই ৰাখিলে সেইটোহে ডাঙৰ কথা। কলংক ক’ত নাই? আপুনি বিশ্বাস

কৰেনে, ৰ'বচোন, ছোৱালীজনীৰ বয়স কিমান বুলি শুনিছে আপুনি ?"

"এঘাৰ ।" মানুহজনে ভয়ে-ভয়ে উত্তৰ দিলে ।

"বেচ । আপুনি বিশ্বাস কৰেনে যে চৈধ্যবছৰ বয়সৰ পৰা এঘাৰ বছৰ বয়সলৈকে এই সাত বছৰ কাল ছোৱালীজনীয়ে বিবেকানন্দৰ কিতাপ পঢ়ি-পঢ়ি কটালে ? আপুনি বিশ্বাস কৰেনে যে তাইৰ জীৱনলৈ কোনো দিনেই কেতিয়াও প্ৰলোভন অহা নাছিল ? যদি আহিছিলো তেনেহ'লেও বুজিব, আপোনাৰ কৰিবলগীয়া একো নাই । আপুনি ছোৱালীজনীৰ বৰ্তমানক লৈ ভৱিষ্যত গঢ়িবলৈ ওলাইছে, তাইৰ অতীত খুচৰি বৰ্তমান ধ্বংস কৰিবলৈ ওলোৱা নাই । আমাৰ পাপী মনবোৰে গুণ আৰু পুণ্য খান্দি-খান্দি তলিত পাপ আছেনে নাই চাব খোজে ; সেইবোৰ ভুল আপুনি নকৰিব ।"

তিলকে ভাগৰুৱা মানুহৰ দৰে এটা উশাহ ললে, তাৰ পাছত ক'লে, "এঃ ছি ছি, আপোনাক মই কি কথাবোৰ ক'লো ! আপোনাৰ মংগলময় কাম এটা সন্মুখত লৈ এইবোৰ কথা কোৱাৰ কি প্ৰয়োজন ? ছি ছি, আপুনি বেয়া নাপাব বুইছে । যাওক, আপোনাৰ জীৱন সুখী হ'ব । ক'তা, মোক দেখোন বিয়ালৈ নামাতিলেই ?"

"মাতিম ছাৰ, মাতিম" বুলি মানুহজন লৰালৰিকৈ ওলাই গ'ল ।

তিলকৰ যেন চেতনা উভতি আহিল । তাৰ কান্দিবৰ মন গ'ল । সি এইমাত্ৰ যিখিনি কথা ক'লে, সেইখিনি কথা সি আগতে ভবা নাই কিয় ? সি নিজে কিয় এইবোৰ কথা নিজকে বুজাব পৰা নাছিল ? হয়তো বুজাব পাৰিব, কিন্তু প্ৰতাৰণা সি সহিব নোৱাৰিব । দেহাৰ কাৰণে সি উন্মাদ নহয়, কিন্তু অন্তৰ এখন পাবলৈ তাৰ হাবিয়াস আছে । কিন্তু সি জানো অন্তৰ দিব পাৰিছে ? দিব, সি সকলো চন্দ্ৰাকেই দিব । প্ৰভাতৰ কথা আৰু সি মনলৈ নানে । প্ৰভাতে "আন দহজনী ছোৱালীৰ লগত এইজনী ছোৱালীৰ এটা পাৰ্থক্য মোৰ মনত থাকি গল" বুলি, আৰু চন্দ্ৰাই "বৰ ভাল" বুলি কোৱাৰ মাজত

দুয়োফালৰ পৰা দুখন অন্তৰ আগবাঢ়ি থকাৰ যি আভাস সি পাইছিল,
সেই সকলো কথা সি তুচ্ছ জ্ঞান কৰিব, মিছা বুলি ভাবিব। প্ৰভাতে জীৱনত লগ পোৱা আন দহজনী ছোৱালীৰ জীৱনত কি হৈছে? সিহঁত যদি ধ্বংস হৈ যোৱা নাই, তেনেহ'লে সি অকলে চন্দ্ৰাক ধ্বংস কৰিব কিয়? পৃথিৱী যদি এনেকৈয়ে চলে সিও চলিব। পূজা চাবলৈ যোৱাৰ আগতে যিজনী চন্দ্ৰাক সি গোটেই অন্তৰেৰে গ্ৰহণ কৰিব পাৰিছিল, পূজা চাই সেইজনী ছোৱালীয়েই উভতি আহিছিল। ইয়াৰ মাজত কেৱল এৰাৰ কথা। সেই এৰাৰ কথায়েই তাৰ জীৱনটো ওলট-পালট কৰি দিয়াৰ কাৰণে যথেষ্ট বুলি সি ভাবিব কিয়?

আৰু চন্দ্ৰা? তাইৰ কি হৈছে? তাইৰ দিনে-দিনে খীণাই-শুকাই যোৱা মুখখনে তাক কি বুজোৱা উচিত আছিল? তাইতো ঘৰলৈ যাবলৈ বিচাৰিব পাৰিলেহেঁতেন! তাইতো তাৰ ব্যৱহাৰৰ কোনো কৈফিয়ৎ বিচৰা নাই!

সেইদিনাই আবেলি চন্দ্ৰাক বুকুৰ মাজত লৈ তিলকে বহুত কথা ক'লে। কেৱল নক'লে—তাৰ কি হৈছিল। চন্দ্ৰাৰ গাটো থাকি-থাকি কঁপি উঠিছিল।

তিলকে আৰু এৰো কথা ভবা নাছিল। চন্দ্ৰাই এৰো কথা জানিবলৈ চেষ্টা কৰা নাছিল; তাইৰ সাহ যেন জীৱনৰ কাৰণে লুপ্ত হৈ গৈছিল। মাটি পেনছিল এডালৰ কাৰণে কাজিয়া লাগি দুটা সৰু ল'ৰাই বহুতদিন মাত-বোল নোহোৱাকৈ থকাৰ পাছত আকৌ মতা-মতি হ'লে যেনেকৈ বন্ধুত্ব আগতকৈ বেছি হয়, আৰু কি কাৰণে সিহঁতৰ মাজত নমতা-নমতি হৈছিল, সেই প্ৰসংগটো দুয়ো সদায় সাৱধানে তল পেলাই ৰাখে, তিলকহঁতো তেনেকৈ চলিল,—আনন্দেৰে। দুয়ো দুয়োৰে অন্তৰক অত্যন্ত সতৰ্কভাৱে ৰক্ষা কৰি।

এদিন হঠাতে তিলকে দূৰৰ পৰা প্ৰভাতক দেখিলে,—সম্পূৰ্ণ চাহাবী সাজত। বোধহয় সি কোম্পানিৰ ডাঙৰ চাকৰিটো পালে। তাৰ তীব্ৰ আকাংক্ষা জাগিল—প্ৰভাতক কিছুমান কথা সুধিব, অত্যন্ত

কৌশলেৰে, লাহে-লাহে। লগে-লগে সি নিজে শিয়ঁৰি উঠিল। সাউংকৈ আন এটা বাটেদি ঘূৰি সি প্ৰভাতৰ আঁৰ হ'ল। প্ৰভাত নামৰ মানুহ এটাৰ লগত তাৰ কোনো সম্পৰ্ক নাই বুলি ভাবিবলৈ সি অত্যন্ত চেষ্টা কৰিলে। ক'ব নোৱৰাকৈয়ে ৰাস্তাৰ মাজতে তাৰ সুহুৰিও ওলাই যাব খুজিছিল।

কিন্তু ঘৰ সোমাওঁতে তাৰ মুখখন দেখি চন্দ্ৰা অলপ সাৱধান হ'ল। শোৱনি কোঠাত তাই ক'লে, "নন্দীৰ কাৰবাৰবোৰ ভাল হোৱা নাই বুজিছে ?"

"কি হ'লনো ?"

"দুপৰীয়া খাই-বৈ উঠি সি সেই পানীৱালাটোৰ ঘৰত বহি থাকেগৈ। মানুহে কিবা ক'লে আমাৰহে লাজ।"

"অ,' পানীৱালাৰ জীয়েকৰ কথা কৈছা ?" তিলকে হো-হোকৈ হাঁহিলে। "হওক দিয়া, তিৰোতা জাতিহে ; এদিন পানীৱালাই গম পাই পানী কঢ়িওৱা বাংকাচলাৰে এমাৰ শোধালেই ছোৱালী চিধা হৈ যাব। ক'ৰ প্ৰেম ক'লৈ যাব তাৰ পাত্তা নাপাবা।"

চন্দ্ৰায়ো হাঁহিলে, কিন্তু উচ্ছ্বাসতে তিৰোতা জাতিৰ সপক্ষে ওকালতি কৰিলে, "ইস নহয় দিয়ক, সকলো তিৰোতা একে নহয়। তাই যদি সচাঁকৈয়ে নন্দীক কিবা কথা দিছে, তেনেহ'লে বাংকাৰ মাৰে একো কৰিব নোৱাৰে।' তিৰোতাৰ প্ৰেম পলৰীয়া প্ৰেম নহয়। জীৱনত এবাৰ কাৰোবাক আপোন কৰিলে, তাক সিহঁতে কিমান যত্নেৰে বুকুত ৰাখে আপোনালোকে কি বুজিব ?"

চন্দ্ৰাই ভাবিছিল আনন্দৰ আতিশয্যত তিলকে তাইক সাবট মাৰি ধৰিব। কিন্তু কি কওঁতে তাইৰ মুখেদি কি ওলাল, তাক বুজিলে তেতিয়া,—যেতিয়া গোটেই নিশা তিলকে সিফালে মুখকৈ শুই থাকিল, আৰু ৰাতিপুৱাই ওলাই গ'ল।

যিবোৰ ছোৱালীয়ে সেইদিনা লাইব্ৰেৰিৰ কিতাপ নিবলৈ আহিল, সিহঁত আটাইবোৰকে তিলকে ঠিকমতে কিতাপ কিৰাই নিদিয়া,

পেনছিলেৰে কিতাপত দাগ দিয়া, ওভোতাই দিবৰ সময়ত কিতাপৰ মাজত কি থাকিল চাই নিদি পাছত "চাওঁ চাওঁ, মোৰ অমুকটো কিতাপ-খনৰ মাজতে গ'ল" বুলি কোৱা আদি নানান প্ৰকাৰৰ খুঁট উলিয়াই ৰূঢ় ব্যৱহাৰ কৰিলে। তাৰ এনেকুৱা লাগিল যেন ইহঁতে লাইব্ৰেৰিৰ পৰা কিতাপ নিয়াৰ মাজতো একোটা বিৰাট ইতিকিং সোমাই আছে।

প্ৰথম প্ৰেমৰ প্ৰতি তাৰো বৰ শ্ৰদ্ধা আছে। সি নিজে অভিজ্ঞ নহয়, কিন্তু সি শুনিছে, প্ৰথম প্ৰেমৰ স্মৃতি বৰ মধুৰ। প্ৰতিষ্ঠিত জীৱনৰ বিশাল সাগৰৰ কল্লোল সংগীতৰ মাজতো প্ৰথম প্ৰেমৰ ক্ষীণ জুৰিৰ কুলু-কুলু ধ্বনিয়ে মূৰ্চ্ছনা আনিব পাৰে; কোনো এক নিৰ্জান মুহূৰ্তত দেহ-মন পুলকিত কৰিব পাৰে। অবিশ্ৰান্ত বৰষুণৰ অজস্ৰ টোপালৰ পাছতো পাতৰ আগত ওলমি থকা দোকমোকালিৰ নিয়ৰ এটোপালৈ মনত পৰিব পাৰে। প্ৰথম প্ৰেমক সি শ্ৰদ্ধা কৰে। কিন্তু সেইবুলি সি চন্দ্ৰাক প্ৰথম প্ৰেমৰ প্ৰতি শ্ৰদ্ধা ৰাখিবলৈ দিব পাৰেনে? উদাৰ হ'ল বুলি সি ইমান উদাৰ হ'ব পাৰেনে যে তাৰ বাহুৰ মাজৰ পৰা আঁতৰি থকা সময়খিনিত মাজে-মাজে চন্দ্ৰাই প্ৰথম প্ৰেমৰ স্মৃতিৰ গুণগুণনি মনত পেলাই থাকিব? সি কিয় ইমান উদাৰ হ'ব পাৰিব? যদি কোনোবাই পাৰিছে, তেনেহ'লে সিহঁত মহামানৱৰ আখ্যা লৈ আঁতৰি যাওক; হিংসা, দ্বেষ, স্বাৰ্থপৰতা আদি লৈ তিলকহঁত সাধাৰণ মানুহ হিচাপে বাচি থাওক।

মেজত মূৰটো খুন্দিয়াই-খুন্দিয়াই তাৰ চিঞৰিবৰ মন গ'ল— চন্দ্ৰা তুমি কিয় নুবুজা মই তোমাক কিমান মৰম কৰোঁ? তুমি কিয় নুবুজা যে তুমি যিমানেই মোৰ পৰা লুকাবলৈ চেষ্টা কৰিবা, সিমানেই মোৰ আগত পৰিষ্কাৰ হৈ উঠিবা? তাতকৈ তুমি কিয় মোৰ আগলৈ ওলাই নাহা?

চন্দ্ৰাই কথাবোৰ ভাবিবলৈ প্ৰায় এৰি দিছিল। সৰু-সৰু তিনিটা কোঠালিৰ ভিতৰত, অকণমান মগজটোৰে অন্তৰখনৰ লগত যুঁজি-যুঁজি তাই ভাগৰি পৰিছিল। তাই ভাবি ইয়াকে পাইছিল,—

এদিন হয়তো কিবা এটা দুৰ্জয় বস্তুৱে তাইক গ্ৰাস কৰিব ; কিন্তু সেই বস্তুটো মৃত্যুতকৈও ডাঙৰনে ? যদি নহয় তেনেহ'লে মিছাকৈ তাই আৰু কিয় চিন্তা কৰিব ? অন্ততঃ মৰণটোক তাই যি কোনো মুহূৰ্তত হাতত পাব। যদি মৰিবই লাগে তেনেহ'লে যিকেইটা দিন হাতত পাব সেইকেইটা দিন যেন তাই তিলকৰ কাৰণেই খৰচ কৰিব পাৰে।

গম্ভীৰ মুখেৰে আবেলি তিলক ঘৰত সোমাল। চাহ খাবলৈ বহি তিলকে লুচি কেইখন এনেয়ে চিকুটি আছিল। চন্দ্ৰাই সেই বিষয়ে একো নক'লে, কৈ লাভ নাই কাৰণে। তাই সুধিলে, "গৰম কাপোৰযোৰা আনিবলৈ পইচা যোগাৰ কৰাৰ কথা কৈছিল নহয়, কৰিলে ?"

"ক'ত পাবা পইচা ? পৰি আছেনে কিবা !"

"নাই, যোগাৰ কৰিম বুলিছিল কাৰণেহে সুধিছোঁ।" কিমান নিষ্ঠুৰ, কিমান প্ৰতিহিংসাপৰায়ণ হ'লে, কিমান তললৈ নামি গ'লে এনেকুৱা এষাৰ কথা সুধিব পাৰি, সুস্থ মগজেৰে তিলকে নিজেই ভাবি উলিয়াব নোৱাৰিলেহেঁতেন ; সি সুধিলে, "অ' এটা কথা, তোমাৰ প্ৰভাত ককাইদেউৰাক কালি দেখিছিলো, তেওঁৰ লগত মোৰ ভাল চিনাকি আছে,—বহুত দিনৰে। তেওঁৰ পৰাই টকা কিছু ধাৰলৈ আনিম নেকি ?"

চন্দ্ৰাই প্ৰথমতে ভাবিলে, উত্তৰ নিদিয়াকৈ থাকিব পাৰিনে নোৱাৰি। উত্তৰ নিদিলে তিলকে হয়তো ভাবিব—প্ৰভাতৰ নাম শুনি তাই হতভম্ব হৈ গ'ল। "আনক," বুলি ক'লে হয়তো ভাবিব প্ৰভাতৰ লগত সম্পৰ্ক এটা স্থাপনৰ বাট ওলোৱাত তাই সাউৎকৈ মান্তি হ'ল। আৰু যদি "নানিব" বুলি কয়, তেনেহ'লে ভাবিব—

এইখিনি ভাবোঁতেই চন্দ্ৰাৰ যথেষ্ট সময় লাগিল। তদুপৰি তাই ইমান কুশলী অভিনেত্ৰী নহয় যে যি নামটো তিলকৰ মুখত শুনাটো ভূতৰ নিচিনা বুলি ভয় কৰি আছিল, ঠিক সেইটোকে শুনাৰ পাছতো তাই ভাবহীন মুখ এখন লৈ থিয় হৈ থাকিব।

চন্দ্ৰাৰ ভিতৰত যিয়েই নহওক, মুঠতে তিলকে দেখিলে তাই বিবৰ্ণ মুখ এখন লৈ থিয় হৈ আছে; মুখত এটা শব্দ নাই; যেন আজন্ম বোবা।

"ছুঃ" বুলি শব্দ এটা কৰি, কাঠ-হাঁহি এটা মুখত লৈ তিলক ওলাই গ'ল।

তিলকৰ লগত তাই যিমানেই সহজ-সৰল নহওক, সি প্ৰথম উচপ খোৱা দিনৰে পৰা চন্দ্ৰাই এক মুহূৰ্তৰ কাৰণেও ভাবিবলৈ এৰা নাছিল ইয়াৰ কাৰণ কি? তাইৰ মগজেৰে প্ৰভাতৰ প্ৰশ্নটোৰ বাহিৰে আন একো কাৰণ বিচাৰি পোৱা নাছিল। যদি সেইটোৱেই কাৰণ হয়ো, তেনেহ'লেও তাৰ সমাধান তাইৰ কাৰণে সহজ নাছিল। তিলকৰ আগত প্ৰভাতৰ নাম উচ্চাৰণ কৰিবলৈয়ো তাইৰ জিভাত জোৰ নাছিল। আৰু যদি তিলক আন কিবা কাৰণলৈহে ব্যস্ত আছে, তেনেহ'লে প্ৰভাতৰ নাম লোৱা মানে এটা দ্বিতীয় সমস্যাৰ সৃষ্টি কৰা।

আজি সকলো সন্দেহ নাইকিয়া হৈ গ'ল। তিলকে আৰু নিজকে লুকুৱাই ৰাখিব নোৱাৰিলে। তেনেহ'লে, তিলকে চন্দ্ৰাৰ জীৱনৰ অতীতৰ এক অধ্যায় পঢ়ি থৈছে! চন্দ্ৰা এবাৰ শিঁয়ৰি উঠিল।

কিন্তু অতীতৰ বোকা গাত ছটিয়াই আপুনি কিয় প্ৰতিশোধ লব লাগিছিল? আপুনি আজি মোৰ বুকুখন ফালি নাচায় কিয় যে অতীতৰ পৰা অন্তৰত ভৰাই আপোনালৈ মই একো জাবৰ অনা নাই? মোৰ বিষয়ে যদি আপুনি কিবা জানিছিল, তেনেহ'লে প্ৰথম দিনাই মোক কিয় পৰিষ্কাৰ ভাষাৰে সুসুধিলে? সেইখিনি সাহস আপোনাৰ থাকিব লাগিছিল; আৰু এজনী ছোৱালীয়ে মুহূৰ্তৰ উত্তেজনাত কৰা এটা ভুল ক্ষমা কৰিবও পাৰিব লাগিছিল। আপুনি কিয় ভাবি নাচালে যে কি পবিত্ৰতাই আপোনাৰ ইমান অৱহেলাৰ মাজতো মোক কাতৰ নোহোৱাকৈ ৰাখিব পাৰিছে?

চন্দ্ৰাৰ দেহৰ, মনৰ শক্তি একেবাৰে নোহোৱা হৈ গৈছিল। তথাপি

মাত্র তুষাৰমান কথা ক'বলৈ তাই নিজকে সাজু কৰিলে ; "ভাত মৱে বহাম" বুলি তাই নন্দীক পইচা দি ছিনেমা চাবলৈ পঠিয়াই দিলে ; তাৰ পাছত সন্ধিয়াৰ মুহূৰ্তবোৰ গণি তাই বহি ৰল।

তিলক আহিল। কোনো পাতনি মেলাৰ প্ৰয়োজন নাছিল ; কোনো সময়-অসময়ৰ প্ৰশ্ন নাছিল। চন্দ্ৰাই ক'লে, "শুনকচোন ; মোৰ কাৰণে আপোনাৰ যি কষ্ট হৈছে, মোৰ চকুৰ আগতে হোৱাৰ কাৰণে মোৰ পাপৰ ওপৰতে পাপ হ'ব। আপুনি পাৰিলে মোক বিদায় দিয়ক। মোৰ ওপৰত কি ধাৰণা লৈ আপুনি কষ্ট পাইছে ক'ব নোৱাৰোঁ। মোৰ আগৰ দিনৰ কথা আপুনি কি জানে ক'ব নোৱাৰোঁ। মই যি জানো কওঁ। বহুত দিনৰ আগতে কোনোবা এদিন মাজনিশা মই প্ৰভাত ককাইদেউৰ ওচৰলৈ ওলাই গৈছিলো। নিজকে সেই ৰাতি সম্পূৰ্ণৰূপে তেওঁৰ ওচৰত বিলাই দিছিলো। কথাবোৰ ভালকৈ মোৰ মনত নাই। সেইদিনাৰ আগতে আৰু পাছত কি হৈছিল, মই ক'ব নোৱাৰোঁ, কাৰণ মনত ৰাখিবলগীয়া একো হোৱা নাছিল। মোৰ কাৰণে সেইটো মাত্ৰ মুহূৰ্তৰ ঘটনা। আপোনাক মোৰ বহুত কথা ক'বলগীয়া আছিল ; কিন্তু আপোনাৰ সন্মুখত মোৰ মুখত একো কথা নুগুৱায়। কেৱল এটা কথা মই মনত ৰাখিম, মই যদি আপোনাক সামান্যভাৱেও বঞ্চিত কৰিছিলো, তেনেহ'লে আপুনি ক্ষমা কৰিলেও ঈশ্বৰে মোক ক্ষমা নকৰিব।"

কি শক্তি লৈ ইমানখিনি কথা চন্দ্ৰাই ক'লে তাই নিজেই ক'ব নোৱাৰিলে ; কিন্তু কৈ শেষ কৰাৰ লগে-লগে তাই বহি পৰিল। নিঃশব্দ কান্দোনৰ মাজত তাই বিহ্বল হৈ পৰিল। এই কন্দাৰ যেন আৰম্ভ নাছিল, এই কন্দাৰ যেন শেষ নাই।

বহুত সময়ৰ মূৰত তিলকৰ নিশ্চলতা ভাঙিল। তাৰ চকুৰ পৰা ধাৰাসাৰে বৈ অহা পানীবোৰ হাতেৰে সি মচি পেলালে,—মনে-মনে। তাৰ পাছত সি চন্দ্ৰাৰ ওচৰলৈ উঠি আহিল। তাইৰ পিঠিখনত হাত থবলৈ আজি সি প্ৰথম সংকোচ বোধ কৰিলে। তাৰ পাছত আচম্বিতে

সি তাইৰ মূৰটো কাষলৈ টানি আনিলে। সি ক'লে, "কেৱল এই কেইষাৰ,—এই কেইষাৰ কথাৰ কাৰণেই মই বাট চাই আছিলো চন্দ্ৰা। মই ইমান তললৈ যাব পাৰিছিলো এই কাৰণেই যে তোমাৰ মৰমে মোক বহুত ওপৰলৈ তুলি থৈছিল। মোৰ অন্তৰত আৰু একো ক্ষোভ বা দ্বন্দ্ব নাই, কাৰণ তোমাৰ অন্তৰত মই নেদেখা বস্তু বোধহয় আৰু একো নাই।"

লাহে-লাহে তিলকৰ উচুপনিও শুনা গ'ল।

---

গুৱাহাটী। ১৯৫৮ চন।

# মিনতি

মই যদি এগৰাহ ভাত কমকৈ খাওঁ, আনকি আধাখোৱাকৈ যদি ভাতৰ পাতৰ পৰা উঠিও যাওঁ, তথাপি—"এ কি হ'ল! তৰকাৰী-চৰকাৰী বেয়া হ'ল নেকি?"—ইত্যাদি বুলি আন্তৰিকতাৰে ব্যস্ত হৈ উঠা মানুহ মোৰ কোনো নাছিল। একালত যেতিয়া মা আছিল, তেতিয়া মোৰ আগত ভাতৰ কাঁহী, তৰকাৰীৰ বাটি থৈ মই খাবলৈ আৰম্ভ কৰাৰ আগতেই মাই কান্দো-কান্দো কৰিছিল। উঠি অহা ল'ৰা এটাক সদায়-সদায় কচু-ঢেকীয়া, বনৰীয়া শাক একো-সোপা সিজাই, খাবলৈ আগবঢ়াই দিবলৈ এজনী মাকৰ বুকুত এক অসাধাৰণ শক্তি থাকিব লাগে। দুৰ্ভাগ্যৰ হাতেৰে খেপিয়াই-খেপিয়াই মাই তিল-তিলকৈ সেই শক্তি গোটাই লৈছিল আৰু বুকুৰ ভাৰ পাতলাবলৈ লুকুৱাই-লুকুৱাই কান্দিছিল। কেতিয়াবা-কেতিয়াবা মই আধাখোৱাকৈ উঠি আহিলে মাই "খা খা" কৈ অস্থিৰ হৈ উঠিছিল। কিন্তু মই উঠোঁ বুলিয়েই উঠি আহিছিলো; কচু-ঢেকীয়া, বনৰীয়া শাকৰ সুখত নহয়;—সেইবোৰ দিনত মই কিবা এটা চেলু লৈ কাঁহীত ভাত এৰি নাহিলে মা লঘোনে থাকিব বুলি জানিছিলো; সেই কাৰণে।

তাৰ পাছত বহুত ঠাইত ভাত খাইছোঁ। হোষ্টেলত ভাত খাইছোঁ; তাত লাহে-লাহে খালে ঠাকুৰহঁত বিৰক্ত হয়। সিহঁতক সোনকালে আজৰি হ'বলৈ লাগে। হোটেলত ভাত খাইছোঁ; তাত কমকৈ খালে ৰান্ধনি-বিলনীয়াৰৰ পৰা আৰম্ভ কৰি হোটেলৰ মালিকলৈকে সকলোৱে ভাল পায়। এনেকুৱা বহুত ঠাইত খাইছোঁ,—য'ত হাতৰ কাটা-চামুচ থোৱাৰ লগে-লগে সন্মুখৰ মেজ চাফা কৰি নিবলৈ, বকচিচৰ আশাত, বয়টো ওচৰতে থিয় হৈ থাকে।

গতিকে এগৰাহ বেছিকৈ খোৱাৰ অনুৰোধ কৰিবলৈ, হুকুম দিবলৈ, আব্দাৰ কৰিবলৈ মোৰ কোনো নাছিল। কিন্তু হঠাতে বহুত বছৰৰ মূৰত, মোৰ এই অকলশৰীয়া ঘৰটোত এটা বনকৰা ল'ৰা লগ লাগিলহি;—সি মোক সুবিধা পালে খোৱা-বোৱাৰ কথা সোধে। এদিন যেনিবা ভাত খাবলৈ বহি হঠাতে মোৰ মনত পৰিল—বাৰ বজাত ফেৰি ঘাটত এজন মানুহক লগ পাব লাগে; এক মিনিট পলম হ'লেও ফেৰি এৰি দিব আৰু মানুহজনে সিপাৰলৈ যাত্ৰা কৰিব। ঘড়ি চাই দেখিলো মাত্ৰ আধাঘণ্টা আছে; গতিকে কাণে-মূৰে দুগৰাহমান গুজি উঠি আহিলো। কাপোৰযোৰ কোনোমতে গাত সুমুৱাই লৈ ফেৰিঘাট বুলি ৰাস্তালৈ ওলালো। আবেলি চাহ দিবৰ সময়ত ল'ৰাটোৱে ওচৰত চুচুক-চামাক কৰি থাকে; সুবিধা উলিয়াই লৈ এবাৰ ভয়ে-ভয়ে সোধে,—"দুপৰীয়া ভাত-তৰকাৰী ভাল নহ'ল নেকি?" মই কওঁ—"হৈছিল। কিয়, কি হ'ল?" সি কয়, "আপুনি তেনেকৈ আধা-খোৱাকৈ খং কৰি গুচি গ'ল।"

বহুত দিনৰ মূৰত ল'ৰাটোৰ মুখত এইবোৰ কথা মোৰ নতুন-নতুন লাগে। কেতিয়াবা বৰ ভাল লাগে। ভাবোঁ—যি নহওক, মোৰ দেহাটোৰ খবৰ লোৱা প্ৰাণী এটা ওলাইছে। কেতিয়াবা মনটো গধুৰ হৈ যায়। নিজকে অত্যন্ত নিঠৰুৱা, নিতান্ত অসহায় যেন লাগে। বৰষুণ আহিলে পথাৰৰ মাজৰ অকলশৰীয়া গছৰ তলত আশ্ৰয় লোৱা মানুহ যেন লাগে। তথাপি মই তাৰ আগ্ৰহত কেতিয়াও বাধা দিয়া নাই। আনকি সি বেয়া পাব বুলি প্ৰায়েই তাক ক'বলগীয়া কথাও নোকোৱাকৈ থাকোঁ। এদিন যেনিবা সি সুধিলে, "দুপৰীয়া দাইলত নিমখ দিবলৈ কেনেবাকৈ পাহৰিলো, আপুনি নক'লে কিয়?" মই কওঁ—"এ হয় নেকি? মই গমেই নাপালো।" আচলতে মই গম পাইছিলো।

কিন্তু আজি মোৰ ব্যৱহাৰত বোধহয় সি আচৰিত, অবাক হৈ গ'ল। ভাতৰ পাতত বহি মোৰ এগৰাহ ভাতো মুখলৈ নিবলৈ মন

নগ'ল। বহুত পৰ কাঁহীখন লিৰিকি-বিদাৰি থাকিলো। আঙুলিৰে কাঁহীখনত আঁক-বাঁক কৰিলো, আখৰ লিখিলো। কি খালো কি নাখালো ক'ব নোৱাৰো। এসময়ত উঠি আহিলো। ল'ৰাটোৱে বাৰে-বাৰে মোক—"কি হ'ল, কি হ'ল" বুলি সুধিবলৈ ধৰিলে। সি অস্থিৰ হৈ উঠিল। লাহে-লাহে তাৰ মুখখন করুণ হৈ পৰিল। মই বেছি ভাগ সময় মনে-মনে থাকিলো; মাজে-মাজে কেৱল ক'লো—নাই, একো হোৱা নাই।

মোৰ বৰ বেয়া লাগিছিল। এটা গভীৰ অশান্তিয়ে মোক জুমুৰি দি ধৰিছিল। ল'ৰাটোৰ মুখলৈ চাবলৈ মোৰ সাহ হোৱা নাছিল। যোৱা তিনিদিন মই ঘৰত নাছিলো। কামৰ তাগিদাত অইন এখন চহৰত তিনিটা ৰাতি খপি আছিলো। আৰু আহোঁতে মোৰ বনকৰা ল'ৰাটোৰ গাঁওখনত সোমাই আহিলো। তাৰ গাঁও দেখিলো। তাক চিনি পোৱা মানুহক লগ পালো। তাৰ পাছত আজি ৰাতিপুৱা মই মোৰ এই অকলশৰীয়া ঘৰটোলৈ উভতি আহিলো; আৰু আহি ঘৰটোৰ দ্বিতীয় প্ৰাণী এই ল'ৰাটোৰ মুখলৈ চাবলৈ মোৰ সাহ হোৱা নাই। তাক সন্মুখত লৈ, সি ৰান্ধি দিয়া ভাতখিনি খাবলৈ মোৰ সত যোৱা নাই। মোৰ বেয়া লাগিছে। তাৰ গাঁওখনৰ পৰা ওলাই অহা মুহূৰ্তৰ পৰাই মই এক অদ্ভুত ৰহস্যত ডুবি আছোঁ। মোৰ এনেকুৱা লাগিছে যেন তাৰ বিষয়ে ইমানবোৰ কথা মই কেনেবাকৈ আগেয়ে জানিবৰ চেষ্টা কৰিব লাগিছিল। মই তাক আৰু ঘনিষ্ঠভাৱে বুজিবৰ চেষ্টা কৰিব লাগিছিল।

প্ৰথমে যিদিনা অফিছৰ পিয়নটোৱে তাক মোৰ ওচৰলৈ লৈ আহে, সেইদিনা মই তাক বেছি কথা সোধা নাছিলো। কেৱল সুধিছিলো, "তোৰ নাম কি অ' ?"

সংকুচিত মাতেৰে সি কৈছিল, "ৰমাকান্ত ছাৰ।"

মই বুজিলো—পিয়নটোৱে তাক মোক ছাৰ বুলি মাতিবলৈ শিকাই

আনিছে আৰু সি পৰম নিষ্ঠাৰে শব্দটো উচ্চাৰণ কৰিছে। মই সুধিলো,—"আগতে ক'ৰবাত কিবা কৰিছিলি ?"

সি তলমূৰকৈ ক'লে, "নাই কৰা ছাৰ।"

মই সুধিলো, "তেনেহ'লে কি কৰিছিলি ?"

সি মূৰ তুলি এবাৰ মোলৈ চালে। তাৰ পাছত আকৌ তলমূৰ কৰি ক'লে, "গাঁৱতে এনেয়ে আছিলো"।

"তোৰ গাঁওখনৰনো নাম কি ?" মই সুধিলো।

"সাত পুখুৰী"—সি ক'লে।

মই তাক সি কৰিবলগীয়া কামৰ কথা বুজালো,—"মোৰ লগত থাকিলে তোৰ কাম হ'ব ভাত ৰন্ধা, চাহ কৰা, ঠাই-ঘৰ সৰা, দোকান-পোহাৰৰ বস্তু-বাহানি অনা, মাজে-মাজে গেঞ্জিটো-ৰুমালখন ধুই দিয়া,—এইবোৰ। পাৰিবি ?"

সি লাহে-লাহে ক'লে, "চেষ্টা কৰিলে পাৰিম ছাৰ"।

তাৰ পাছত মই ৰমাকান্তক ৰাখিলো। ঘৰটোৰ চুককোণ তাক খৰচি মাৰি দেখুৱাই দিলো। মোৰ ব্যক্তিগত স্বভাৱ, অভ্যাস কিছুমানৰ থুলমূল আভাস একোটা তাক দিবলৈ চেষ্টা কৰিলো। সদায়-সদায় উপদেশ দি থকা, খুটখুটকৈ দোষ শুধৰাই দি থকাৰ ইচ্ছা মোৰ নাই। গতিকে একে দিনাই তাক এটা দীঘলীয়া বক্তৃতা দি দিলো। ক'লো, "চা, মোৰ লগত থাকি বোধহয় তই বেয়া নাপাবি। দেখিছই—কাম ঘৰখনত একেবাৰে কম। ৰাতিপুৱা দহ বজাত ভাতকিটা খুৱাই মোক উলিয়াই পঠিয়ালেই আবেলি চাৰি-পাঁচ বজালৈকে তই মুকলি। এইখিনি সময় তোৰ যি ইচ্ছা কৰিবি। আৰু এটা কথা চা, ইয়াত তই দহটা মানুহৰ দহ ৰকম হুকুম শুনিব নালাগে। তিৰোতা মানুহৰ পঞ্চাছ ৰকমৰ জঞ্জালত সোমাব নালাগে। পেঁ-পেঁয়াই থকা কেঁচুৱাও চম্ভালিব নালাগে। কেৱল মোৰ তিনিটা কথা সাৱধানে মনত ৰাখিবি। তই মোক মিছা কথা নকবি, কামলৈ এলাহ নকৰিবি আৰু মই যি কওঁ শুনিবি আৰু কৰিবি। বুজিলি ?"

ৰমাকান্তই বুজিলে। মোৰ সুখ-সুবিধালৈ লক্ষ্য ৰাখি সি আন্তৰিকতাৰে ঘৰখন চম্ভালিবলৈ ধৰিলে। খুটখাটকৈ মনে-মনে সি কামবোৰ কৰি যায়; কথা প্ৰয়োজন নহ'লে প্ৰায় নকয়েই। পাগ-ঘৰত কাম কৰি থাকোঁতে কেতিয়াবা সি গুণগুণকৈ এই সংসাৰ, এই মানৱী জনম যে দুদিনীয়া, সেই সম্পৰ্কীয় গান এটা আওপুৰণি সুৰ এটাৰে গায়; মই কহা বা চকী-মেজ লৰোৱাৰ শব্দ শুনিলে গান বন্ধ কৰে।

অলপ দিনৰ ভিতৰতে ৰমাকান্ত সম্পৰ্কে মই নিশ্চিন্ত হ'লো। ক'ৰবালৈ ওলাই গ'লে মোৰ বস্তু-বাহানি থকা কোঠালিটোত তলা মাৰি থৈ যোৱা কৰিছিলো, সেইটো অভ্যাস বাদ দিলো। কোঠালিটোত তলা মাৰি থৈ যোৱা আৰু ৰমাকান্তক চোৰ বা অসাৱধান বুলি কোৱা একে কথা বুলি পলমকৈ হ'লেও বুজিলো।

লাহে-লাহে ঘৰ চলোৱাৰ চিন্তা মোৰ মূৰৰ পৰা আঁতৰি গ'ল। আৰু এদিন দেখিলো,—মই কেৱল খাইছোঁ, আছোঁ; ঘৰ কেনেকৈ চলিছে ক'বই নোৱাৰোঁ। পা-পইচা যি য'ত লাগে চোলাৰ জেপৰ পৰা, গাৰুৰ তলৰ পৰা ৰমাকান্তই নি থাকে। কেতিয়াবা হঠাতে সি এজাপ সৰু-সৰু কাগজ আনি মোৰ মেজত থৈ যায়; বজাৰৰ হিচাপ। প্ৰতিদিনৰ হিচাপ বেলেগ-বেলেগ কাগজত লিখা। ধুনীয়া, পৰিষ্কাৰ, গোট-গোট আখৰ। এদিন মই তাক মাতি সুধিলো, "এইবোৰ কাৰ আখৰ অ'?"

সি প্ৰথমতে উচপ খাই উঠা যেন পালো। তাৰ পাছত সি তলমূৰ কৰি ক'লে,—"মোৰ ছাৰ।"

"তই কিমানলৈকে পঢ়িছিলি?" মই অলপ আচৰিত হৈ সুধিলো।

সি কওঁ-নকওঁকৈ ক'লে, "ক্লাছ এইটলৈকে।"

"আৰু নপঢ়িলি কিয়?"

প্ৰশ্নটোৰ লগে-লগে ৰমাকান্তই স্থিৰ দৃষ্টিৰে এবাৰ মোৰ চকুলৈ চালে। তাৰ পাছত সি অইনফালে মুখ ঘূৰালে। মই বুজিলো— উত্তৰ দিয়াৰ ইচ্ছা তাৰ একেবাৰে নাই। কেইবাবাৰো সোধাৰ পাছত

সি কেৱল ক'লে, "আমাৰ ঘৰৰ বহুত অসুবিধা হ'ল ছাৰ, সেই কাৰণে নোৱাৰিলো।"

যিমানবাৰ ৰমাকান্তই মোক বজাৰৰ হিচাপ দেখুৱাইছে, সিমানবাৰ এই একেটা কথাই মোৰ মনলৈ আহিছে;—সি কিয় পঢ়া-শুনা নকৰিলে! ক্লাছ এইটত মোৰ হাতৰ আখৰ ইয়াতকৈ বেয়া অছিল। ৰমাকান্তৰ ঘৰত কিমান অসুবিধা ক'ব নোৱাৰোঁ; কিন্তু ক্লাছ এইটত এনেকুৱা দিন মোৰ বহুত গৈছে,—যিবোৰ দিনত মই কাঁহীত ভাত এৰি নগলে মা লঘোনে থাকে। যি কোনো এদিন মই কোনোবা এজন প্ৰফেছাৰৰ ঘৰৰ বজাৰৰ হিচাপ ৰমাকান্তকৈ বেয়া আখৰেৰে লিখিবলগীয়া হ'ব পাৰে—তেনেকুৱা সম্ভাৱনা সেইবোৰ দিনত প্ৰতি মুহূৰ্তে মোৰ মূৰৰ ওপৰত ওলমি আছিল। কিন্তু মই বাচি গ'লো। সেই কাৰণেই মই মাজে-মাজে ভাবোঁ—ৰমাকান্তৰ মূৰলৈ সম্ভাৱনাবোৰ নামি আহিল কিয়! পিছে ভাবি লাভ নাই। ঘৰৰ অসুবিধাৰ বাহিৰেও তাৰ নিজৰ চেষ্টাৰো চাগৈ যথেষ্ট অভাৱ আছিল। অকল আখৰ ভাল হ'লেইতো নহ'ব!

কিন্তু এদিন এটা ঘটনাত মই আচৰিত হ'লো। ৰমাকান্তই মোক সুধিলে, "ছাৰ, খবৰ কাগজবোৰ গোট খাই দ'ম হৈ গৈছে; কি কৰিম?"

মই ক'লো, "ৰাস্তাইদি পুৰণা কাগজ কিনা মানুহ আহে নহয়; দেখিলে মাতি আনি বেচি পেলাবি।" সি আঁতৰি যাব খুজিছিল। মই তাক ওলোটাই আনি ক'লো, "এটা কাম কৰিবি বাৰু; কাগজ বেচি যিখিনি পইচা পাৱ তয়ে লবি; মোক নালাগে।"

তাৰ অলপ দিনৰ পাছত এদিন মই ভিতৰৰ পৰাই গম পালো ৰমাকান্তই কাগজ কিনা মানুহ এটা মাতি আনিছে। সাধাৰণ কৌতূহলেৰে মই সুধিলো, "কাগজ কেইসেৰ হ'ল অ' ৰমা?"

সি উত্তৰ দিলে, "আঢ়ৈ সেৰ ছাৰ।"

আঢ়ৈ সেৰ? ইমান দিনৰ পৰা গোট খাই দ'ম হৈ থকা কাগজ

মাত্ৰ আঢ়ৈ সেৰ হ'ল ! মই বাৰাণ্ডালৈ ওলাই আহিলো। বেপাৰীটোক সুধিলো—"চাওঁ, ক'তা কাগজ ?" বেপাৰীটোৱে জুখি থোৱা কাগজৰ জাপটো দেখুৱালে। ওচৰতে খেলি-মেলি হৈ থকা ডাঙৰ দ'মটোলৈ দেখুৱাই মই সুধিলো, "কিয় ? এইবিলাক ?" বেপাৰীটোৱে ক'লে, "সেইবোৰ কটা-কুটা কাগজ, কোনো কামত নালাগিব।" মই কেইখনমান কাগজ হাতত লৈ চালো ;—হয়, প্ৰত্যেকখন কাগজৰ কিছুমান টুকুৰা সাৱধানে কাটি পেলোৱা হৈছে। কেইবাটাও প্ৰশ্নৰ টুকুৰা-টুকুৰি উত্তৰেৰে ৰমাকান্তই মোক বুজালে—বুজিব পৰা ভাল গল্প, ৰচনা, কবিতা, বাতৰি আদি কাটি সি গোটাই থৈছে। সময় পালে সি সেইবোৰকে ঘূৰাই-পকাই পঢ়ি থাকে।

তাৰ যদি পঢ়া-শুনাৰ প্ৰতি এনেকুৱাই আগ্ৰহ, তেনেহ'লে মই দুই-চাৰিখন প্ৰয়োজনীয় কিতাপ-পাতি তাক দিব পাৰোঁ। সেইকাৰণে এদিন তাক সুধিলো,—"সঁচাকৈয়ে তোৰ আৰু পঢ়া-শুনা কৰাৰ ইচ্ছা আছিল নেকি ?"

হঠাতে কি হ'ল ক'ব নোৱাৰোঁ। ৰমাকান্তই অলপ সময় তললৈ চাই মনে-মনে থাকিল। তাৰ পাছত একেৰাহে সি বহুত কথা কৈ গ'ল, "হয় ছাৰ ; অসুবিধা নাহোৱা হ'লে মই যিমান পাৰোঁ পঢ়া-শুনাহে কৰিলোহেঁতেন। কিন্তু পিতায়ে মোক পঢ়াৰ খৰচ-পাতি দিয়া দূৰৰ কথা, ঘৰখনৰ খোৱা-বোৱাৰ খৰচখিনিও যোগাৰ কৰিব নোৱাৰে। পিতাইৰ মগজটো অলপ বেয়া। অ'ত-ত'ত ঘূৰি ফুৰে ; পাৰে মানে ভাং খায়। লগা-ভগা আপোন মানুহ যাৰে ওচৰলৈ যাওঁ, সেয়ে পঢ়া শুনা এৰি পিতাইৰ চিলাই কলটো ভাল কৰি লৈ দৰ্জি কাম কৰিবলৈ কয়। ক'ৰবাত কেনেবাকৈ আৰু দুশ্ৰেণী-মান পঢ়িব পাৰোঁ বুলি মই দৰ্জি কাম নকৰি এইকালে ওলাই আহিলো।"

ৰমাকান্তৰ মুখখন কান্দো-কান্দো হৈ গ'ল। ময়ো বৰ চিন্তাত পৰিলো। মোৰ ইয়াত ভাত বান্ধি, ঠাই সাৰি থাকিলেতো তাৰ পঢ়া-

শুনা নহ'ব ! নে সি ভাবি আছিছিল মোৰ ইয়াত থাকিলে সি পঢ়াৰ সুবিধাও পাব !

অলপ দিনৰ পাছতে প্ৰশ্নটোৰ উত্তৰ পালো। দুদিনৰ কাৰণে ঘৰলৈ গৈ, উভতি আহি ৰমাকান্তই মোক এখন চিঠি দিলে। লেফাফাত বন্ধ চিঠি। লেফাফাৰ ওপৰত শ্ৰীল শ্ৰীযুক্ত বুলি মোৰ নাম লিখা। চিঠিখন খুলিলো। বেঁকাবেঁকি, অনভ্যস্ত আখৰ। ৰমাকান্তৰ মাকে লিখিছে। লিখিছে ;—"পূজনীয় মহাশয়, মোৰ শতকোটি ভক্তিপূৰ্ণ সেৱা গ্ৰহণ কৰিব। মই দুখুনী তিৰোতা। থাকোঁতে মোৰ মূৰৰ ওপৰত এজন আছে, কিন্তু ঈশ্বৰৰ ইচ্ছাত মোৰ ওপৰতে এই দুখীয়া সংসাৰখনৰ ভাৰ পৰিছে। খুজি-মাগি, লোকৰ ঘৰত কাম-বন কৰি দিন কটাইছোঁ। মোৰ ল'ৰা ৰমাকান্ত আপোনাৰ লগতে আছে বুলি শুনি মই হাততে স্বৰ্গ পোৱাদি পাইছোঁ। আপুনি এজন অতি বিদ্বান আৰু দয়ালু পুৰুষ। আপুনি যদি কৃপা কৰি মোৰ মূৰ্খ ল'ৰাটোক এটা বাট দেখুৱাই দিয়ে তেন্তে মই দুখুনী গোটেই জীৱন আপোনাৰ নিকিনা গোলাম হৈ থাকিম। নাম নহ'লেও আপোনাৰ ধৰ্ম হ'ব। ঈশ্বৰে আপোনাক চকু মেলি চাব। ল'ৰাটোক আপোনাৰ হাততে গতাই দি মই দুখে-কষ্টে দিনকেইটা কটাবলৈ মনত বল পাইছোঁ।"

কথাখিনিৰ পাছত মোক আকৌ শতকোটি সেৱা জনাই ৰমাকান্তৰ মাকে দুখুনী, কৃপাপ্ৰাৰ্থিনী হিচাপে চিঠিখন শেষ কৰিছে।

চিঠিখনৰ কথাবোৰ ৰমাকান্তই জানে নে নাজানে গম নাপালো। সি আগৰ নিচিনাকৈয়ে তলমূৰ কৰি ঘৰৰ কাম কৰি গ'ল। কেইদিন-মানৰ পাছতে মই দোকানৰ পৰা ক্লাছ এইটৰ উপযোগী কিতাপ কেইখনমান আনি তাক দিলো। ক'লো,—"আজৰি সময় পালেই পঢ়িবি আৰু কিবা সুধিবলগীয়া থাকিলে মোক সুধিবি।" মনে-মনে ভাবি থলো,—তাৰ মতি-গতি বুজি সময়মতে আৰু কিতাপ আনি দিম। সি পঢ়া-শুনা কিমান কৰে, সেইটো জনাৰ মোৰ উপায় নাছিল।

কেৱল লক্ষ্য কৰিলো—ধুৰলৈ দিয়া মোৰ গৰম কাপোৰ মেৰিয়াই অনা খাকী ৰঙৰ কাগজবোৰেৰে সি আটোমটোকাৰিকৈ কিতাপ কেইখনত মলাট খুৱাইছে।

কিছুদিনৰ পাছত ৰমাকান্তৰ মাকৰ পৰা আৰু এখন চিঠি আহিল। লেফাফাৰ চিঠি। ডাকত আহিছে। ৰমাকান্তক কিতাপ কিনি দিয়াৰ কথা তেওঁ শুনিছে। মোক তেওঁ কি বুলি আশীৰ্বাদ দিব সেইটো তেওঁৰ মূৰ্খ মগজেৰে ভাবিয়েই পোৱা নাই। বহুত পাপৰ ফলত মানুহ তেওঁৰ নিচিনা দুৰ্ভগীয়া হৈ জন্মে, আৰু কেইবা জনমৰ পুণ্যৰ ফলত তেওঁৰ ল'ৰাই মোৰ নিচিনা মানুহৰ ঘৰত ঠাই পায়।

একেবোৰ কথাকে ঘূৰাই-পকাই ৰমাকান্তৰ মাকে এঁকাবেঁকা আখৰেৰে কাগজখনৰ আধাখিনি ভৰাইছে; কিন্তু মোৰ এনেকুৱা লাগিল যেন মানুহজনীয়ে অকণমান সুবিধা পালেই পৃষ্ঠাৰ পাছত পৃষ্ঠা ভৰাই দিব পাৰিব; কেৱল ভাষাৰ অভাৱত, আখৰৰ দৈন্যৰ কাৰণে পৰা নাই। চিঠিখনলৈ চাই-চাই মোৰ এনেকুৱা লাগিল যেন আখৰ লিখাৰ সলনি মানুহজনীয়ে কান্দিছে;—মোৰ স্কুলীয়া দিনত বছৰেকীয়া পৰীক্ষা হৈ যোৱাৰ পাছত আমাৰ ঘৰলৈ যেয়ে আহে তাকে নতুন কিতাপ কিনিবলৈ এটা-দুটা টকা খুজি মোৰ মাই যেনেকৈ কান্দি পেলাইছিল, ঠিক তেনেকৈ।

মই ৰমাকান্তক আৰু দুখনমান কিতাপ, আৰু কেইদিস্তামান কাগজ আনি দিলো। আগতে আনি দিয়া বহীবোৰত কি লিখিছে মোক দেখুৱাবলৈ ক'লো।

কিছুদিনৰ পাছত মোৰ কামত অইন এখন চহৰলৈ যাবলগীয়া হ'ল। অকণমান ভ্ৰমণৰ বৈচিত্ৰ্যৰ কাৰণে পোন বাটেৰে ৰেলত নগৈ বাছেৰে গ'লো। যাত্ৰীয়ে কণ্ডাক্টৰক পইচা দিবৰ সময়ত, যাত্ৰীসকল নামিবৰ সময়ত, কেইবাবাৰো মোৰ এটা নাম কাণত পৰিল—সাত পুখুৰী। ৰমাকান্তৰ গাঁও। কিয় ক'ব নোৱাৰোঁ, মই মনতে ঠিক কৰি পেলালো, উভতি আহোঁতে গাঁওখনত সোমাই যাম।

নহওক, ঘৰত বাতিপুৱা-আবেলি দুইটা টুইটাৰে লগ। ৰমাকান্তৰ বাপেকটো আধাবলিয়া মানুহ, ভাং খাই ঘূৰি ফুৰে। মাকজনীয়ে নিজৰ ল'ৰাৰ গাত টোপ পৰিবলৈতো নিদিয়েই; আনকি নিমাতী বোলা ছোৱালীজনীৰ কথা কিবা এবাৰ বেয়াকৈ ক'লেও টান পায়। সেইজনী বোলে তেওঁৰ নিজৰ জীৱ নিচিনা। গতিকে সিহঁতে ঘৰত যিহকে নকৰক, আমাৰ স্কুলখন যাতে ঠিক থাকে, হে'ডমাষ্টৰে তাৰে ব্যৱস্থা কৰিলে।"

অলপ পৰ মনে-মনে থাকি মই ক'লো,—"কিন্তু তাৰতো এনেকুৱা বয়স হোৱা নাই, পোন্ধৰ—ষোল—"

মাষ্টৰে মুখতে ধৰিলে, "এইবোৰ গাঁৱৰ ঠাই, ইয়াত পোন্ধৰ-ষোল বছৰেই বয়স! ইয়াত সৰু ল'ৰা-সৰু ল'ৰা বুলি কোনেও চকু-কাণ মুদি বহি নাথাকে।" মাষ্টৰে অকণমান হাহোঁ-হাহোঁ কৰিলে।

বহুত সময়লৈ আমাৰ মাজত কথা-বতৰা বন্ধ হ'ল। ৰমাকান্ত সম্পৰ্কে মই নতুনকৈ কি ধাৰণা কৰিম,—মই দুখ কৰিম, খং কৰিম নে তাক পুতৌ কৰিম একো ঠিক কৰিব নোৱাৰিলো। বহুত সময়ৰ মূৰত এবাৰ মাষ্টৰক সুধিলো, "তাৰ মাকজনী কিন্তু বেয়া মানুহ নহয় যেন লাগে। কি কয়?"

"হয় হয়," মাষ্টৰে ক'লে, "মাকজনী ভাল মানুহ আছিল। মই নিজেও কথা-বতৰা পাতি পাইছিলো। ল'ৰাটোক অইন এখন স্কুলত নাম লগাই দি পঢ়ুৱাবলৈ মানুহজনীৰ বৰ মন আছিল। কিবা এটা ব্যৱস্থা হ'লোহেঁতেন। পিছে কি হ'ব, হঠাতে মানুহজনী ঢুকাই থাকিল।"

"ঢুকাই থাকিল!"—মই প্ৰায় চিঞৰ মাৰি উঠিলো। মাষ্টৰ মোৰ মুখলৈ চাই অবাক হৈ গ'ল। তেওঁৰ চকুলৈ চাই মই একে উত্তেজনাৰেই সুধিলো, "মানে—আপুনি কৈছে ৰমাকান্তৰ মাক ঢুকাই থাকিল?"

মাষ্টৰে ভয় খাই গ'ল। সংকুচিত মাতেৰে তেখেতে ক'লে, "হয়,

ঢুকাল। কিন্তু, ৰমাকান্তই আপোনাক কোৱা নাই জানো? তাৰ মাক ঢুকুৱা এবছৰৰো ওপৰ হ'ল। তাৰ পাছতহে সি উপায় নাপাই গাঁও এৰি গুচি গৈছে!"

মাষ্টৰে মোৰ মুখৰ পৰা কোনো উত্তৰ নাপালে। মোৰ সকলো চিন্তা তল-ওপৰ হৈ গ'ল। ৰমাকান্তৰ মাকৰ চিঠিবোৰৰ প্ৰত্যেকটো শব্দ, মানুহজনীৰ হাতৰ আখৰৰ প্ৰত্যেকটো পাক মোৰ চকুৰ আগত জিলিকি উঠিল। আৰু এক অদ্ভুত ৰহস্যই পকাই ধৰি মোক স্তব্ধ কৰি দিলে।

কিছু সময়ৰ মূৰত মাষ্টৰে মোক লাহে-লাহে ক'লে, "আৰু এমাইলমান গলেই সাতপুখুৰী পাবগৈ। মোৰ ঘৰ ইয়াতে। মই ইয়াতে নামো।" বাছখন ৰওঁতে মাষ্টৰে মোক নমস্কাৰ জনাই নামি গ'ল।

মই সাতপুখুৰীত নানামিলো। কণ্ডাক্টৰক চহৰলৈকে বাকী-ডোখৰ বাটৰ ভাৰা দি দিলো।

ঘৰ পাই দেখিলো দুৱাৰত তলা মৰা, ৰমাকান্ত ক'ৰবালৈ গৈছে। মোৰ হাততো তলাটোৰ চাবি এটা থাকে। দুৱাৰ খুলিলো। ভিতৰ সোমায়েই ৰমাকান্তৰ বিছনা থকা কোঠালিটোলৈ গ'লো। মনে-মনে কিবা এটা অনুমান কৰি লৈ, কিবা এটা বিচাৰি তাৰ কিতাপ-বহী পাত-পাত কৰিলো। শেষত তাৰ বিছনাখনত ধৰিলো। তলত পৰা কম্বল দুখন লুটিয়াই দিওঁতে এজাপ কাগজ পালো। কাগজজাপো পাত-পাত কৰিলো। আৰু তাৰ মাজত, ঠিক মই বিচৰা মতে, কেইখনমান চিঠি পালো। চিঠিবোৰ পঢ়োঁতে মই উশাহ ল'বলৈ পাহৰি গৈছিলো। প্ৰত্যেকখন চিঠিতে প্ৰায় একে কথা। "তুমি নিশ্চয় আজৰি পালেই মন-পুতি পঢ়া-শুনা কৰিবা। ঈশ্বৰে সহায় কৰিব, বৰমাইৰ আত্মাটোৱে সহায় কৰিব, তোমাৰ বিদ্বান প্ৰফেছাৰ-জনে সহায় কৰিব! তুমিও এদিন সেই প্ৰফেছাৰজনৰ সমান ডাঙৰ আৰু বিদ্বান হৈ গাঁৱলৈ উভতি আহিবা বুলি মই নামঘৰত চাকি দি আছোঁ।"

চিঠিবোৰৰ তলত নিমাতীৰ নাম। আখৰবোৰ চালো, ৰমাকান্তৰ মাকৰ পৰা মোলৈ অহা চিঠিবোৰৰে একে আখৰ।

সময় দুপৰীয়া হৈছিল। মই অকণো সময় ঘৰত নৰলো। বাটলৈ ওলাই আকৌ বাছ-ষ্টেশ্যনলৈ গ'লো। কিবা এটা অদ্ভুত শক্তিয়ে, এটা অদ্ভুত ৰহস্যই মোক টানি লৈ গ'ল। মই বাছত উঠি সাতপুখুৰী গাঁও পালোগৈ। মানুহক সুধি ৰমাকান্তৰ ঘৰটো উলিয়ালো। ঘৰটোত মানুহ থকাৰ লক্ষণ নাই। আগফালৰ চোতালত থিয় হৈ ঘৰত কোন আছে বুলি কেইবাবাৰো মাতিলো। এবাৰ দেখিলো—ওচৰৰ ঘৰটোৰ পৰা এজনী ছোৱালী পিছ ফালেদি ৰমাকান্তহঁতৰ ঘৰটোলৈ আহিল আৰু অলপ পাছতে তাই এইটো ঘৰৰ ভিতৰৰ পৰা ওলাই আহিল। মই একেথৰে তাইৰ মুখলৈ চাই ৰলো। চৈধ্য-পোন্ধৰ বছৰ বয়সীয়া, কোমল মুখৰ, মৰম লগা ছোৱালী। মই একেথৰে চাই থকা দেখি ছোৱালীজনীয়ে আমনি পালে। তাইৰ মুখৰ ৰং সলনি হৈ গ'ল। হঠাতে মই তাইক সুধিলো, "তোমাৰ নাম নিমাতী নে কি ?"

ছোৱালীজনীয়ে ভয় খাই উঠিল। ভয়ে-ভয়ে তাই ক'লে, "হয়"।

মই সেই একে দৃষ্টিৰে তাইলৈ চাই ৰলো। মই তাইক চাবলৈকে ইমান দূৰ আহিছিলো। অলপ সময়ৰ পাছত মই মোৰ নামটো ক'লো ; আৰু ক'লো, ৰমাকান্ত মোৰ লগতে থাকে।

নিমাতীৰ চকু দুটা বহল হৈ গ'ল। তাইৰ উশাহ বন্ধ হৈ যোৱা যেন লাগিল। তাইৰ ওঁঠ, তাইৰ নাকৰ পাহি আৰু শেষত তাইৰ গোটেই গাটো কঁপি উঠিল। জীৱনত মই কেৱল এবাৰ, পৰীক্ষা ঘৰত নকল কৰি ধৰা পৰা এজনী ছোৱালীৰ এনেকুৱা মুখ দেখিছোঁ।

এক মুহূৰ্তৰ পাছতে নিমাতীয়ে কান্দি পেলালে। মই একো নোকোৱাকৈয়ে তাই গোটেই ঘটনাটো বুজি পাইছিল ; অলপ সময় থাকি মই ৰমাকান্তহঁতৰ ঘৰৰ পৰা ওলাই আহিলো। অহাৰ আগ মুহূৰ্তত নিমাতীয়ে কান্দি-কান্দি কৈছিল, "বৰমায়ে মৰিবৰ সময়ত

মোক ৰমাকান্তক চাবলৈ কৈছিল। কৈছিল—চাবি যাতে সি পঢ়ি-শুনি ডাঙৰ মানুহ হয়।"

তাৰ পাছত মই ঘৰলৈ উভতি আহিলো। ৰমাকান্তই মোৰ সন্মুখত ভাত সজাই দিছে; মই খাব পৰা নাই। তাৰ চকুলৈ চাবলৈ মোৰ সাহ হোৱা নাই।

---

গুৱাহাটী। ১৯৬২ চন।

# বনবাস

হোটেলৰ ভাত খাই, অফিছৰ চাকৰি কৰি, মনৰ ইচ্ছামতে শুই, মেল মাৰি বুঢ়াটো কানীয়া হ'ল। এদিন যদি সময় মতে আহিলহেঁতেন! দৰকাৰৰ সময়ত বুঢ়ালৈ বাট চাওঁতে চকু বিষাব, আৰু যেতিয়া দৰকাৰ নাই, তেতিয়া বুঢ়াই শিপা গজাই বহি ল'ব। সময় নাই, অসময় নাই, এবাৰ মুখখন খুলিলে বন্ধ কৰে কোনে! ৰাতি কিমান হ'ল বুঢ়াৰ খবৰ নাই, মুখখন চলিবই অনৰ্গল।

ৰঞ্জিত, কোষেশ্বৰ আৰু গিৰীশে প্ৰায় বিৰক্তিয়েই প্ৰকাশ কৰিলে। বিৰক্ত হোৱাৰ কথাও। এঘাৰ বজাতে বিছনাখনৰ ওপৰত তিনিফালে তিনিজন বহি লৈছে, বেৰত আউজি বহিব পৰা সকলোৰে হেঁপাহৰ ভাল ঠাইডোখৰ যতীন বুঢ়ালৈ থৈ দিছে; —বুঢ়া নাই।

ৰঞ্জিতে তাচযোৰ নানাপ্ৰকাৰ কৌশলেৰে তাচিলে: তাৰ পাছত প্ৰত্যেকে একোখনকৈ তাচ টানি পৰীক্ষাৰ ৰিজাল্ট সম্পৰ্কীয় ভাগ্য-পৰীক্ষা কৰিলে; কোষেশ্বৰৰ কপালত নিতান্ত বেয়া তাচ এখন পৰাত মুখখন ক'লা পেলাই সি তিনিবাৰৰ ফলাফল চাইহে সিদ্ধান্তলৈ অহাটো উচিত বুলি মত প্ৰকাশ কৰিলে। ৰঞ্জিতে হুৰ্তনৰ ৰজাটো পাই, তাচখন এবাৰ কপালত লগালে; তিনিবাৰ টনা সম্পৰ্কে সি সম্পূৰ্ণ উদাসীন হৈ ৰ'ল। অগত্যা উপায় নাপাই কোষেশ্বৰে— "বাদ দে, এইবোৰ চব মিছা; পৰীক্ষাৰ বহী দি থৈ আহিলো; এতিয়া চাগৈ এগজামিনাৰৰ টেবুল পালেগৈ, তাচ-পাতে কিডাল কৰিব!"—বুলি তাচযোৰ নিজৰ হাতলৈ লৈ তাচিবলৈ ধৰিলে। এবাৰ সি ভাগে-পতি তিনিখনকৈ তাচ বিলাই দিলে। এহেজাৰ

টকাৰে বাজী আৰম্ভ হ'ল। কোনেও তাচ নোচোৱাকৈয়ে বাজী পঞ্চাছ হাজাৰলৈ তুলিলে। ৰঞ্জিতে এইবাৰ পাতকেইটা লৈ অতি সন্তৰ্পণে, জীয়া সাপ থকা বাকচৰ ঢাকোন খোলাৰ নিচিনাকৈ তাচ তিনিখনৰ নম্বৰকেইটা চালে। বাজী এক লক্ষ টকা! গিৰীশ, কোষেশ্বৰে ইমানতে পৃষ্ঠ প্ৰদৰ্শন কৰি লাখ টকাৰ ধৰুৱা হৈ ৰ'ল। ৰঞ্জিতৰ কপাল ভাল আছিল; চাওঁতে-চাওঁতে গিৰীশ-কোষেশ্বৰৰ ধন-সম্পত্তি, ভেটি-মাটি, থকা ঘৰটো পৰ্যন্ত ৰঞ্জিতৰ হাতলৈ গ'ল। গিৰীশ-কোষেশ্বৰক লঘোনে-ভোকে আঁহত গছৰ তলত, মছজিদৰ বাৰাণ্ডাত, ধৰ্মশালাত পেলাই থৈ ৰঞ্জিতে যেতিয়া সগৰ্বে হাঁহি এটা মাৰি থপ-থপকৈ তাচযোৰ তচাত লাগিল, কোষেশ্বৰে তেতিয়া ক'লে, "বাপঁৰে, বিয়া-বাৰু কৰোৱা হ'লেতো আজি সৰ্বনাশেই!"

"তেতিয়াহ'লে আৰু এক ৰাউণ্ড খেলা চলি গ'লহেঁতেন!"—কথাষাৰ কৈ ৰঞ্জিতে জোৰেৰে হাঁহি দিলে। ইহঁত দুটায়ো হাঁহিলে। হাঁহিৰ ৰগৰ যেতিয়া কমিল, সময় তেতিয়া বাৰ বাজি পোন্ধৰ মিনিট।

বুঢ়াটো এতিয়াও নাহিল। মৰিলেই নেকি?

আড্ডাত, চাহ-মেলত, তাচ-খেলত বুঢ়া-ডেকাৰ ৰাহি-যোৰা নাহে। কথাই-কথাই ৰসভংগ হয়, কথাৰ সোঁত দুৰ্দান্ত গতিৰে আগবাঢ়ি কোনোবা অমনোনীত ষ্টেশ্যনত হঠাতে বৈ যাবলগীয়া হয়; কিন্তু সপ্তাহটোৰ কেইবা দিনো কোষেশ্বৰহঁতে যতীন বুঢ়াক নৈৰ পাৰত ফুৰিবলৈ ঘৰৰ পৰাই মাতি নিয়ে; যি কেইদিন সিহঁতে নগদ পইচা দি চাহ খায়, সেইকেইদিন চাৰিজনৰ পইচা যোগাৰ কৰি অফিছৰ পৰা বুঢ়াক মাতি লৈ যায়; তাচ খেলিবলৈ বহি বিছনাখনৰ আউজি বহিব পৰা আৰামৰ ঠাইডোখৰ বুঢ়ালৈ থৈ দিয়ে।

কিন্তু বুঢ়াটোৰ সময় জ্ঞান কম। ইফালে কোষেশ্বৰহঁতৰ চতুৰ্থ মানুহ এটাৰ সকলো সময়তেই প্ৰয়োজন। দুমাহৰ আগতে প্ৰথম আৰু তৃতীয় বাৰ্ষিকৰ ল'ৰাবোৰে হোষ্টেল এৰি ঘৰলৈ গ'ল; কোষেশ্বৰহঁতে ষ্টেশ্যনত কমাল জোকাৰি উভতি আহিল; আগতে

পৰীক্ষা শেষ হোৱা ল'ৰাহঁত ঘৰাঘৰি যাবলৈ ওলাল, কোষেশ্বৰহঁতে সকলোৰে আধাখিনীয়া তেলৰ বটল, চাবোন আদি আটক কৰি ৰাখি বিদায় দিলে। কোষেশ্বৰহঁতৰে একেদিনাই যিবিলাকৰ পৰীক্ষা শেষ হ'ল, সিহঁতৰ ভিতৰত চেনেহী ঘৰখনৰ বিচিত্ৰ আকৰ্ষণ এৰি হোষ্টেলৰ তেৱাৰী ঠাকুৰক ডুটুকুৰা মাছৰ কাৰণে কাকুতি কৰাৰ প্ৰয়োজন কমৰেই আছিল। তলিত এক আঙুল, আধা আঙুল তেলেৰে অনেক দেশী-বিদেশী কোম্পানিৰ তেলৰ বটল, গাত ঘঁহিবলৈ চেষ্টা কৰিলেই মাজতে ভাগি ডুটুকুৰা হোৱা বিস্কুট-হেন পাতল ভালেমান চাবোনৰ টুকুৰা, তলিৰ খাঁজত অকণ-অকণ সোমাই থকা কেইটামান স্নোৰ বটল, তললৈ মুখ কৰি পিঠিত কেইটামান চাপৰ মাৰিলে ডুই ৰতিমান ওলাই অহা কেইটামান পাউডাৰৰ টিন, এইবোৰ সম্পত্তি কোষেশ্বৰহঁতক দি থৈ গোটেই হোষ্টেলটোৰ ল'ৰামখা গ'লগৈ। ৰজনী বৰা নামৰ এজন কিছুদিন আছিল। সি বাগানৰ ঘৰত বজাবলৈ পাঁচখন ৰেকৰ্ড-সমন্বিতে এটা গ্ৰামোফোন কিনি পেলাইছিল, ফলত ঘৰলৈ যোৱাৰ ভাৰাটোও হাতত নৰল। পাঁচখন ৰেকৰ্ড ঘূৰাই-পকাই বজাই-বজাই কোষেশ্বৰহঁতে ভালেমান সময় ভালদৰে কটালে। পাছলৈ যেতিয়া শুনা গানকে শুনি-শুনি এটাই কেইটাৰে আমনি লাগিল, তেনে সময়তে ৰজনীয়ে দেউতাকৰ পৰা পঁচিছ টকাৰ মণি অৰ্ডাৰ পাই ঘৰলৈ যাত্ৰা কৰিলে। সি অৱশ্যে যাবৰ সময়ত এটা ভাল বস্তু গিৰীশহঁতক দি গ'ল ;—এযোৰ নতুন তাচ,—পাতবোৰ পিছল-পিছল,—পিছফালে কোনোবা নাম নজনা উৎফুল্ল কুমাৰীৰ মন ভুলুৱা ছবি।

তাৰ পাছত হোষ্টেলটো প্ৰায় শূন্য। তিনি নম্বৰ ৰুমত কোষেশ্বৰ, চৈধ্য নম্বৰত গিৰীশ, ষোল নম্বৰত ৰঞ্জিত। আৰু কোনো নাই। দীঘলীয়া বাৰাণ্ডাখন—ইমূৰৰ পৰা সিমূৰলৈ নিৰ্জন। মাজতে টেবুল-টেনিছৰ ব'ৰ্ডখন ভাঙি নিয়া ঘৰৰ ভেটিটোৰ নিচিনাকৈ পৰি আছে। ৰঞ্জিতহঁতে দিনটোৰ কেইবা ঘণ্টাও ব'ৰ্ডখনৰ ওপৰতে ভৰি

তুলি বহি থাকে। কথাও সিহঁতৰ শেষ হৈ আহিছে। তিনিটা মানুহৰ পেটত আৰু কিমান দিনৰ কথা থাকিব! সমুখৰ বাটটোও নিতান্ত শুকান! কিতাপৰ দোকান, মা-কালীৰ মূৰ্তি গঢ়া খনিকৰ নেকলেছ-খাৰু গঢ়া স্বৰ্ণকাৰ, ইন্সিঅ'ৰেন্স কোম্পানি, ধোবাৰ ব্যৱসায়, যীশু-খৃষ্টৰ মূৰৰ ওপৰত ঠোঁট ঘঁহাই থকা কাউৰী—! এখন খিৰিকি নাই, এখন পৰ্দা নাই। চকুৱে ঢুকি পোৱাৰ ভিতৰত মাত্ৰ এখন খিৰিকি,—ছুপাৰিণ্টেণ্ডেণ্টৰ অফিছৰ খিৰিকিখন। সেইফালে চাবই নোৱাৰি ; এনেকুৱা লাগে যেন পৰ্দাখনৰ মাজেদি কোনোবাই অনবৰত মাতিব লাগিছে,—"এপ্ৰিল মাহৰ মেছ-ডিউজ দি যা, মে'মাহৰ ছিট-ৰেণ্ট দি যা— !"

গতিকে ৰঞ্জিতহঁতৰ কাৰণে অফুৰন্ত কথাৰ ভাণ্ডাৰ যতীন বুঢ়া বৰ আৱশ্যকীয়। বুঢ়াই অনবৰত কথা কৈ নাথাকিলেও মানুহটোক চায়েই আমোদ লাগে। কলেজৰ সকলো কেৰাণীয়ে মিলি— কোনোবা ল'ৰাই একেলগে আঠ মাহৰ বৃত্তিৰ টকা পাই আনন্দ মনেৰে দি যোৱা টকাৰে কলেজ ছুটীৰ পাছত চাহ-মিঠাই খোৱাৰ আয়োজন কৰিছে,—সকলো এৰি থৈ যতীন বুঢ়াই বাসস্থান প্ৰবাস-মিলন-ব'ৰ্ডিঙৰ বাৰাণ্ডাত বহি ইলেকট্ৰিকৰ তাঁৰ কেইডালৰ ফালে এনে এটা ভাব লৈ চাই থাকিব, নাজানি কিমান ডাঙৰ দাৰ্শনিক! এজাক ছোৱালীয়ে হাতৰ মুঠিত টকা লৈ মাছুল দিবলৈ কাউণ্টাৰ আগুৰি থাকিব,—যতীন বুঢ়া বাহিৰলৈ ওলাই আহি বাৰাণ্ডাত এনেভাৱে অহা-যোৱা কৰি থাকিব, যেন কোনোবা প্ৰসিদ্ধ ৰায়বাহাদুৰে একমাত্ৰ পুতেকক চৰিত্ৰ-দোষত এইমাত্ৰ ত্যজ্য-পুত্ৰ কৰি উঠিছে! ৰঞ্জিতহঁতৰ ওচৰলৈ অহাত পলম হোৱাৰ কাৰণ সুধিলে বুঢ়াই কেতিয়াবা নিজেই কয়, "শিল্পী মানুহে জানো ঘড়ি-ঘণ্টা চাই কাম কৰিব পাৰে? একো ঠিক নাথাকে হে, একো ঠিক নাথাকে।"

ৰঞ্জিতহঁতে বৰ আমোদ পায়,—সোধে, "আপুনিনো কেনেকৈ আকৌ শিল্পী হ'লে বজবজৰা?"

প্ৰথম যিদিনা বুঢ়া গিৰীশহঁতৰ সান্নিধ্যলৈ অন্তৰংগ হিচাপে আহিছিল, সেইদিনাই তেওঁ বুজাই দিছিল উপাধিটো। ধৰি মাতিলে তেওঁ ভাল পায়।

ৰঞ্জিতহঁতৰ কথাবাৰ শুনি বুঢ়াৰ খং উঠি যায়; কপাল থপথপাই কয়,—"তোমালোকৰ ইনছাইট তো নায়েই, সাধাৰণ অবজাৰ-ভেশ্যন বোলা বস্তু এটাও নাই। এদল কালচাৰড মানুহৰ মাজত থকা হ'লে তেওঁলোকে মোৰ মাজত কিবা এটা বিচাৰি পালেহেঁতেন। কালি তোমালোকে শোক-সভা পাতিলা,—বিখ্যাত গায়ক নীৰেন হাজৰিকাৰ মৃত্যুত,—কিন্তু জানা, ১৯১২ চনত যেতিয়া গৰ্ডন চাহাব আমাৰ স্কুল চাবলৈ আহে, তেতিয়া যি তিনিজন ল'ৰাই হাতত মালা লৈ তেখেতক গান গাই আদৰিছিল, এই নীৰেন হাজৰিকা আছিল বাঁওফালে কিনাৰত; সোঁমাজত কোন আছিল জানা? মই।"—যতীন বুঢ়াই সশব্দে সোঁহাতৰ তলুৱাখন বুকুৰ ওপৰত থয়!—পাছলৈ বুঢ়া সঁচাকৈয়ে উত্তেজিত হৈ পৰে।

যতীন বুঢ়াই কেতিয়াবা উচ্ছুসিত হৈ সাহিত্য-চৰ্চা, শিল্প-চৰ্চাৰ কথা কয়। কোনোবা এদিনা বাকচৰ তলিৰ পৰা ক্লাছ নাইনত থাকোঁতে 'ধন আৰু বিদ্যা' নামৰ ৰচনা এখন লিখি প্ৰথম পুৰস্কাৰ হিচাপে পোৱা কিতাপ এখন উলিয়াই ৰঞ্জিতহঁতক দেখুৱাই দিছিল। ছিক্সত থাকোঁতেই আঁকা এখন ছবিও এদিন দেখুৱাইছিল;—এটা টিলাৰ ওপৰত বেঁকাকৈ এজোপা নাৰিকল গছ, ওচৰত এডৰা বহল পানী, পানীৰ বুকুত এখন পালতৰা নাও, দূৰত এটা নীলা পৰ্বত, তাৰ দুটা টিঙৰ মাজৰ ৰঙা বেলিটোৰ পৰা গৰু-গাড়ীৰ চকাটোৰ দৰে ৰঙা কিৰণ ওলাইছে, সোঁফালে ওপৰৰ চুকত কেইটিমান পখী,—বহুত দূৰত থকাৰ কাৰণে কেৱল ইংৰাজীৰ ভি আখৰটোৰ নিচিনা দেখি। ছবিখন দেখুৱাই বুঢ়াই কয়,—"এইয়া মোৰ জীৱনৰ আৰম্ভ আছিল বুইছা?" —কথাবাৰত বুঢ়াই অলপ গৰ্ব মিহলাই কয় যদিও মুখখনত এনেকুৱা

এটা অকৃত্রিম, চালুকীয়া বেদনাৰ ছাঁ পৰে যে বুঢ়াক আৰু জোকাই নবলৈ কোষেশ্বৰহঁতৰ সাহ ন'হয়।

তিনিহতীয়াকৈয়ে খেলা আৰম্ভ কৰাৰ পাছত যেতিয়া এক বাজি দহ মিনিটমান গ'ল, সেই সময়তে যতীন বুঢ়া সোমাই আহিল ;—সেই খোজ, সেই ভাব ; যেন ৰেলগাড়ীখনহে ;—তিনিঘণ্টা লে'ট থাকিলেও একে গতিৰে প্লেটফৰ্ম সোমায়হি !

"কি হেৰি বেজবৰুৱা, কিবা কাম আছিল যদি ৰাতিপুৱাই দেখি হ'ব বুলি কৈ নগ'ল কিয় ? আমি সেই এঘাৰ বজাৰ পৰা বোন্দাপৰ দি আছোঁ।"

যতীন বুঢ়াই বিছনাত উঠি ভালকৈ লেপেটা কাঢ়ি বহি ললে ; ক'লে,—"দেখি হোৱাৰ কথা থাকিলেহে কৈ যাম। কি হ'ল বুজিছা বোপাহঁত, আজি বহুত দিন নেদেখা সপোন এটা দেখিলো। মনটো কেনেকুৱা যে লাগিছে, তোমালোক সৰু-সৰু ল'ৰা, কি বুলি বুজাম, কি বুজিবা !" বুঢ়াই অলপ পৰ বৈ আকৌ ক'লে, "সপোনটো দেখিলো অলপ পৰ, কিন্তু ইমান পৰ ভাবিলো,—ইমান ভবোৱালে ! আৰু কি হৈছে জানিছা,—মনটোত অলপমান শান্তি-শান্তি লাগিছে। হেৰা পঞ্জিকা আছে নে ? আজি কি বাৰ ? পঞ্জিকাখন চালে বুজিব পাৰিম আজি দেখা সপোন সঁচা নে মিছা।"

বুঢ়া যেন অলপ অস্থিৰ হ'ল। ৰঞ্জিতে ক'লে, "দিবাস্বপ্ন বোলা বস্তুটো একেবাৰে অমূলক বেজবৰুৱা—"

বুঢ়াৰ খঙেই উঠিল। "অলপ পঢ়া-শুনা কৰি মনস্তত্ত্ব, স্বপ্নতত্ত্ব সম্পৰ্কে আইডিয়া কৰি লোৱা, পাছত কথা কবা। কোনে ক'লে তোমাক দিবাস্বপ্ন অমূলক বুলি ? মুখত যি আহে তাকে ফচকৈ ক'লেই হ'ল !"

ৰঞ্জিত মনে-মনে থাকিল। কোষেশ্বৰে থানবান হৈ থকা তাচবোৰ গোটাই হাতলৈ ললে। গিৰীশে কোমল সুৰেৰে সুধিলে,—"সপোনটো কি বেজবৰুৱা ?"

বুঢ়াই আথে-বেথে গিৰীশৰ মুখলৈ চালে, যেন তিনিটা যুৱকৰ মাজত গিৰীশেই অলপ কথা-বতৰা বুজে, অন্ততঃ বুজিবলৈ চেষ্টা কৰে। তেওঁ গিৰীশৰ মুখলৈ চায়েই সপোনটোৰ কথা ক'লে। অকণমান সপোন। যতীন বুঢ়াৰ নবৌয়েক আহি বুঢ়াৰ মূৰ-শিতানত বহিল ; শান্ত, সৌম্য, উজ্জ্বল, করুণাময়ী মাতৃৰ ৰূপ, মুখত স্নিগ্ধ হাঁহি। অলপ দূৰত সাৱধানে বহি নবৌয়েকে ক'লে, "দেওৰ, গাত গামোছা লোৱাৰ দিনৰে পৰা আজিলৈকে কিমান পুৰুষ দেখিলো, কিমানৰ চকুত কিমান ভাব-ভাষা দেখিলো, বুজিলো ; কিন্তু তোমাৰ চকুযোৰৰ নিচিনা নিৰীহ, পবিত্র চকু মই ক'তো দেখা নাই দেওৰ। তুমি যেন চিৰদিন শিশু হৈয়েই ৰলা।"—এইখিনি কোৱাৰ পাছতে যতীন বুঢ়াই ফেঁকুৰি-ফেঁকুৰি নবৌয়েকৰ ভৰি চুই সেৱা কৰিব খুজিলে, কিন্তু কিয় জানো—সেৱা কৰা নহ'ল ; ভৰিখন চুবলৈ নাপালে ; সপোন ভাগি গ'ল ; বুঢ়াই সাৰ পালে।

ৰঞ্জিতে সুধিলে, "সপোনটোৰ তাৎপর্য কি ?"

সকলো সময়ত বুঢ়াটোক অযথা জুলুম কৰাৰ ৰঞ্জিতৰ চেষ্টাটো গিৰীশে বেয়া পালে। সি মুখ পাতি লৈ ক'লে, "তাৎপর্য আকৌ কিহৰ! সপোনৰ বেক-গ্ৰাউণ্ড এটাহে থাকে!" কথাষাৰ কৈয়েই সি ৰঞ্জিতৰ ফালে চাই চকুৰে এটা ইংগিত কৰিলে ; বুজালে—"আমনি নকৰিবি, বুঢ়াৰ 'মুড' নাই।"

ৰঞ্জিতে সুৰ সলনি কৰি ক'লে, "বেক-গ্ৰাউণ্ডৰ কথাকে কৈছোঁ।"

কোযেশ্বৰে ঘড়িটোলৈ চাই ক'লে, "ডেৰ বাজিল, ব'ল, চাহ খাই আহোঁগৈ। বাটে-বাটে বেজবৰুৱাই সপোনটো এক্সপ্লেইন কৰিব। আজি আৰু খেলা নহ'ল।" তাচযোৰ কোযেশ্বৰে সুমুৱাই থলে।

প্ৰথমে ডাঙৰ ৰাস্তা, তাৰ পাছত সুৰসুৰীয়া সৰু ৰাস্তাটোৰে তেওঁলোক আগবাঢ়িল। সৰু ৰাস্তাটোও শেষ হৈ আহিল, আন এটা ডাঙৰ ৰাস্তাৰ কাষৰ চাহৰ দোকানখন পাবৰো হ'ল, বেজবৰুৱাৰ কিন্তু সপোনটো এক্সপ্লেইন কৰা নহ'ল। ওৰে বাটটো তেওঁ গহীন হৈ

খোজ কাঢ়িলে ; মাজতে কেৱল ছাইনব'ৰ্ড এখনৰ 'হোলসেল ডিলাৰ্স' কথাটো শুদ্ধ অসমীয়াত উচ্চাৰণ কৰি অলপ হাঁহিলে।

চাহৰ দোকানত এই সময়ত মানুহৰ ভিৰ,—তথাপি দুই-এখন মেজ খালী হৈ আছিল। ঠিক চাৰিখন চকী থকা মেজ এখনৰ ফালে কোষেশ্বৰহঁত আগবাঢ়ি গ'ল।

ভাল গৰম পৰিছে ; মানুহ বহি থকা প্ৰতিখন মেজৰ ওপৰত ইলেকট্ৰিক ফেন ঘূৰিছে। ৰঞ্জিতে মূৰৰ ওপৰত বৈ থকা ফেনখনলৈ চাই ডাঙৰকৈ সুধিলে, "মহাজন, ফেনখন নুঘূৰিব নে কি?"

পইচা থোৱা বাকচটোৰ ওপৰৰ পৰা কিলাকুটিৰ ভেজা নোতোলাকৈয়ে, গহীন সুৰেৰে মহাজনে ক'লে, "ঘূৰিব, ঘূৰিব। অ'ই ফেনখন চলাই দে।"

চাহ দিয়া ল'ৰা বিপিনে ব'ৰ্ডখনৰ ছুইচ এটা টিপি দি উভতি ওপৰলৈ চালে,—ঠিকেই ঘূৰিছে। দোকানত সোমাই মেজত বহাৰ লগে-লগে মূৰৰ ওপৰত সোঁ-সোঁ কৈ ফেন ঘূৰা, হাফ-পেণ্ট-গেঞ্জি পিন্ধা ল'ৰা এটা ওচৰতে থিয় হৈ সমম্ভ্ৰমে 'চাহ দিম নে কি?'—বুলি সোধা,—এনেকুৱা দিন দুবছৰ মানৰ আগলৈকে কোষেশ্বৰহঁতৰো আছিল। আজি-কালি অৱস্থাটো সিমান সুবিধাজনক যেন নালাগে। আজি-কালি ফেন ঘূৰাবলৈ ক'ব লাগে,—ল'ৰাটোক চাহ দিবলৈ ক'ব লাগে। আৰু বহুতো কিবা-কিবি ক'ব লাগে।

চকীখনত বহিও যতীন বুঢ়া বৰ গহীন হৈ ৰল। কোষেশ্বৰহঁতৰ কথা কবলৈকে সাহ নহ'ল। এনে সময়তে ভিতৰৰ সৰু কোঠালি এটাত চাহ খাই থকা ল'ৰা দুজন ওলাই আহিল। তাৰে এজনে ৰঞ্জিতক সুধিলে, "কি অ' তহঁত ঘৰলৈ নাযাৱ নে কি?"

এই প্ৰশ্নটোৰ উত্তৰ দি-দি ৰঞ্জিতহঁতৰ আমনি লাগিছে। কিমানক বুজায় যে ৰঞ্জিতৰ টকা অহা নাই, গিৰীশে প্ৰাইভেট টিউছন এৰি যাব নোৱাৰে আৰু কোষেশ্বৰৰ যাবলৈ ঘৰেই নাই! তথাপি ৰঞ্জিতে লাহেকৈ ক'লে, "যাম ভাই দুই এদিনতে ; অলপ কাম আছে।"

ল'ৰা দুজন ওলাই গ'ল।

এইবাৰ গিৰীশে যতীন বুঢ়ালে চাই সুধিলে, "বাৰু বেজবৰুৱা, আপুনিতো কেতিয়াও ঘৰলৈ যোৱাৰ কথা শুনা নাই। আপুনি ঘৰলৈ নাযায় নে কি?"

বুঢ়াৰ মুখখন আৰু গম্ভীৰ হৈ গ'ল। তেওঁ একেথৰে গিৰীশৰ মুখলৈ এনেকৈ চাই ৰল যেন তাৰ মুখত সৰু-সৰু আখৰেৰে কিবা লিখা আছে আৰু বুঢ়াই তাকে পঢ়িবলৈ চেষ্টা কৰিছে।

ল'ৰাটোৱে মেজখনত চাৰি পিয়লা চাহ থৈ গলহি।

যতীন বুঢ়াই লাহেকৈ গিৰীশক সুধিলে, "ঘৰলৈ মই বহুত বছৰ যোৱা নাই। নাযাওঁ।"

বুঢ়াই টেবুলৰ ওপৰত কিলাকুটি থৈ মূৰটো সিহঁতকেইটাৰ ওচৰ চপাই ললে। কোষেশ্বৰে চাহ এহোপা খাবলৈ লৈ চিঞৰি উঠিল, "এই পোৱালি, এইফালে আহ।"

চাহ দিয়া ল'ৰা পোৱালি আহিল। কোষেশ্বৰে চাহকাপলৈ আঙুলিয়াই সুধিলে, "চাহত এইবোৰ কি?"

চাহৰ ওপৰত গাখীৰৰ সৰ আৰু তাৰ ওপৰত এটা মৰা পৰুৱা ওপঙি আছিল। পোৱালি ভিতৰলৈ সোমাই গ'ল আৰু অলপ পাছতে এখন চামুচ লৈ উভতি আহিল। কোষেশ্বৰে আকৌ ডাবি দি ক'লে, "চামুচ লৈ কি কৰিবলৈ আহিছ? যা, বদলাই আন। হেৰি মহাজন, এইবোৰ কি চাহ দিয়ে হেৰি?"

পোৱালিয়ে চাহ-কাপ লৈ গ'ল। মহাজনে এবাৰ মাত্ৰ তালৈ চালে, বিশেষ সাৱধান লোৱাৰ চেষ্টা নকৰিলে। বাকী খাই আমনি কৰা নিয়মীয়া গ্ৰাহকক মহাজনে চিনি পায়।

ইয়াৰ মাজতে হঠাতে যতীন বুঢ়াই গহীন মাতেৰে আৰম্ভ কৰিলে, "তোমালোকক মই যিখিনি কথা কম, সেইখিনি কাকো নোকোৱাকৈ থাকিব পাৰিবা?"

"পাৰিম।"—গিৰীশে ক'লে।

"মই যেতিয়া ক্লাছ থ্ৰীত পঢ়োঁ, তেতিয়াৰে পৰা এজনী অকণমান ছোৱালী মোৰ উঠা-বহা, ফুৰা-চকা, খেলা-ধূলাৰ লগৰী আছিল, বুইছা ?"

কথাৰ আৰম্ভণি শুনি ৰঞ্জিতহঁত গহীন হৈ পৰিল।

"দিনটোৰ সাৰে থকা সময়খিনি ছোৱালীজনী মোৰ ওচৰৰ পৰা আঁতৰ নহৈছিল। দুইটাই একেলগে পঢ়িছিলো, খেলিছিলো, কাজিয়া কৰিছিলো। ক্লাছ এইটত তাইক আগৰ নিচিনাকৈ ওলাই-সোমাই ফুৰিবলৈ মাকহঁতে বন্ধ কৰি দিলে। আনকি মোৰ ওচৰলৈও আৰু আগৰ নিচিনাকৈ আহিবলৈ নিদিয়া হ'ল। মই তাইৰ দূৰ সম্পৰ্কীয় ককায়েক হওঁ। মই তাইক সদায় মাতোঁ, তায়ো সদায় আহিবলৈ উচপিচাই থাকে, কিন্তু আহিব নোৱাৰে ; এবাৰ মনে-মনে আহি কৈ যায়, 'মায়ে আহিব লৈ নিদিয়ে বুইছা ?' তাই নাহে, কিন্তু তাইক কবলৈ মোৰ বহুত কথা গোট খাই থাকে। স্কুলৰ কথা, ছিনেমা চোৱাৰ কথা, ফুটবল খেলাৰ কথা—। শেষত মই এদিন এখন চিঠি লিখিলো। ইংৰাজী কিতাপ এখনৰ মাজত সুমুৱাই চিঠিখন তাইক দিলো। পাছদিনা সেইখন কিতাপৰ মাজতে তাইৰ পৰা এখন চিঠি পালো। সেইদিনটোৰ কথা মোৰ বৰ ভালকৈ মনত আছে। এটা অদ্ভুত আনন্দ লাগিছিল বুইছা। চিঠিখন বাৰে-বাৰে পঢ়িছিলো। ঘৰৰ কোনেও নেদেখাকৈ, লুকুৱাই ৰাখিছিলো। তায়ো লিখিছিল স্কুলৰ কথা, মাকে কলৈকো ওলাবলৈ নিদিয়াৰ কথা, মোৰ ওচৰলৈ আহিবলৈ বৰ মন যোৱাৰ কথা।"

পোৱালিয়ে অইন একাপ চাহ আনি মেজখনত থৈ গ'ল। বুঢ়াই এবাৰ বৈ আকৌ আৰম্ভ কৰিলে, "তাৰ পাছৰ পৰা কিন্তু আমাৰ ইটোৱে সিটোক লগ নোপোৱাৰ কষ্ট নাথাকিল। তাৰ সলনি কিতাপৰ মাজত চিঠি সুমুৱাই দি ইমান আনন্দ পোৱা হ'লো যে মই দিনে এখন চিঠি লিখো আৰু তাইৰ পৰা এখন পাওঁ। আৰু চিঠিবোৰ বৰ সাৱধানে থৈ দিওঁ যাতে ঘৰৰ কোনেও কেতিয়াও নাপায়। তায়ো

বোলে তেনেকৈয়ে চিঠিবোৰ লুকুৱাই থয়। আমি ক্লাছ টে'ন পালোহি। নিয়মমতে চিঠি লিখা-লিখি চলি থাকিল। হঠাৎ এদিন মোৰ দেউতাই কিবা বিচাৰোঁতে পুৰণি বহী এসোপাৰ মাজত তাই লিখা চিঠিবোৰ পালে। ঘটনাটো বৰ ডাঙৰ হৈ গ'ল। দেউতাই মোৰ ওপৰত বৰ অত্যাচাৰ কৰিলে; তাইৰ বাপেককো কথাটো ক'লে। তেখেতে তাইক গালি-শপনি পাৰিলে, বোধহয় অত্যাচাৰো কৰিলে। দুমাহৰ পাছত দেউতাকে তাইক বিয়া দি দিলে। ঘুনুক-ঘানাককৈ কথাটো ওলাই গৈছিল, মই হেনো ৰেণুৰ লগত প্ৰেম কৰিছিলো। মোৰ বয়স আছিল তেতিয়া ষোল বছৰৰ ওচৰা-উচৰি।"

বুঢ়া অলপ পৰ ৰল। ৰঞ্জিতহঁত স্তব্ধ হৈ বহি ৰল। বুঢ়াই আকৌ আৰম্ভ কৰিলে,—"গিৰীয়েকৰ ঘৰত ৰেণুৰ অসুখ হ'ল। অসুখৰ প্ৰধান লক্ষণ হ'ল,—তাই বোলে একো খাব নোৱাৰে। নোখোৱাৰ কাৰণেই তাই খীণাই-শুকাই গ'ল। ডাক্তৰৰ ঔষধে কাম নিদিলে। পাঁচ মাহৰ পাছতে তাই ঢুকাল।"

গিৰীশৰ চকুলৈ স্থিৰ দৃষ্টিৰে চাই যতীন বুঢ়াই সুধিলে, "বুজিহা?"

গিৰীশে সন্ত্ৰস্ত হৈ লাহেকৈ শলাগিলে, "বুজিছোঁ।"

—"প্ৰেম কাক বোলে, সেই বিষয়ে যেতিয়া মোৰ কোনো ধাৰণাই নাছিল, তেতিয়াই হেনো মই প্ৰেম আৰম্ভ কৰিলো; আৰু যেতিয়া পৃথিৱীখন চাবৰ সময় আহিল, তেতিয়া হেনো মোৰ প্ৰেম শেষ হৈ গ'ল। ইতিমধ্যে এজনী ছোৱালী পৃথিৱীৰ পৰা নাইকিয়া হৈ গ'ল।"

"ঘৰৰ, বাহিৰৰ এজাক মানুহৰ চকুৰ দৃষ্টি দেখি-দেখি মই ভয়ত লাহে-লাহে কোঁচ খাই আহিবলৈ ধৰিলো। এদিনৰ কথা মোৰ মনত আছে—দুজনীমান সম্পৰ্কীয়া ভতিজা ছোৱালী মাকৰে সৈতে আমাৰ ঘৰলৈ ফুৰিবলৈ আহিছিল। মই মোৰ কোঠালিত সোমাই আছিলো। সিহঁত দুজনী অলপ সময়ৰ কাৰণে মোৰ ওচৰলৈ আহিল। অলপ পাছতে মাকে সিহঁতক ডবিয়াই কোঠালিটোৰ পৰা মাতি নিলে। সিহঁতক ডবিউৱা শুনিলো,—'এনেকুৱা হ'লে ইয়ালৈ অহাৰ বাট মৰিব

কৈ দিছোঁ। আহিবি, আইতাৰৰ লগত কথা হ'বি, গুচি যাবি। ভিতৰ সোমাই কি কৰ?' কোঠালিটোৰ ভিতৰত মই তলমূৰ কৰি বহি ৰলোঁ বুজিছা?"

"কলেজৰ পৰা আহি ঘৰৰ ভিতৰতে সোমাই থকাৰ বাহিৰে তেতিয়া মোৰ আৰু একো উপায় নাছিল। মানুহৰ চকুবিলাক মোৰ কাৰণে অসহ্য হৈছিল। নবৌৰ বাহিৰে অইন কাৰোবাৰ লগত কথা পতাৰ কথা পাহৰি গৈছিলোঁ। পাছত হঠাতে এদিন ৰাতিপুৱা নবৌৰ সলনি বনকৰা ল'ৰা মিনাৰামে মোৰ চাহ-জলপান লৈ আহিল। সেইদিনা ৰাতি মোৰ আঁঠুৱাখন পেলাই দিবলৈও নবৌ নাহিল। পাছদিনা কলেজলৈ যোৱাৰ আগতে মনে-মনে নবৌক কাৰণটো সুধিলোঁ। নবৌৱে আনফালে চাই ক'লে, 'নাই—তেনেকুৱা কাৰণ একো নাই। আৰু তোমাৰ যাতে একো অসুবিধা হ'বলৈ নাপায়, তাৰ কাৰণে মই সাৱধান লম। কিবা লাগিলে-ভাগিলে মিনাৰামক কবা। আনে বেয়া দেখা কামনো মই কিয় কৰোঁ কোৱাচোন! তুমিতো মোক জানাই।'

"সেইদিনা মই মৰিবলৈকে ওলাইছিলোঁ। পিছে মৰিব নোৱাৰিলোঁ। এদিন ককাইদেৱে হঠাৎ মোক ক'লে, 'তই ইয়াত পঢ়াতকৈ বেনাৰছত পঢ়াই ভাল দেখোন। তাৰ হোষ্টেলত থাকি পঢ়াৰো সুবিধা হ'ব।'—আপত্তি মই নকৰিলোঁ। দেউতা আৰু মাক ভৰি চুই সেৱা কৰি বেনাৰছলৈ গুচি গ'লোঁ। পৰীক্ষাৰ পাছৰ তিনিমহীয়া বন্ধ এটা কটাবলৈ এবাৰ মই ঘৰলৈ গ'লোঁ। নিঃসংগ কোঠালিটোত আঢ়ৈ মাহ কটালোঁ। তাৰ পাছত কি হ'ল জানা?"

বুঢ়াই গিৰীশৰ মুখলৈ চাই ৰৈ গ'ল। গিৰীশেও থৰ লাগি চাই ৰল।

বুঢ়াই ক'লে, "চুবুৰীৰ ৰত্না নামেৰে এজনী ছোৱালীৰ এটা ডাঙৰ অপবাদ ধৰা পৰিল। ৰত্নাৰ মাক-বাপেকৰ মুখ ক'লা পৰি গ'ল। ৰত্নাৰ মাকে নানা ছল-বল কৰিও তাইৰ মুখৰ পৰা কাৰো নাম

উলিয়াব নোৱাৰিলে। সকলো অত্যাচাৰ নিৰৱে সহি আন এজনক ৰক্ষা কৰাৰ সৰলতা ৰত্নাৰ আছিল। মিনাৰামে এইবোৰ কথা মোক নোসোধাকৈয়ে যোগাই আছিল।"

"এদিন গধূলি পৰত ৰত্নাৰ মাক আহি আমাৰ মা আৰু নবৌৰ লগত কথা পাতি গ'ল। ৰাতি খোৱা-বোৱাৰ সময়ত আহিল ৰত্নাৰ বাপেক। তেখেতে দেউতা আৰু ককাইদেউৰ লগত বহুত পৰ কথা পাতিলে। পাছদিনা দুপৰীয়াৰ গাড়ীত ঘৰৰ এটাইখনে মোক জোৰ কৰিয়েই কলেজলৈ পঠিয়াই দিলে। অথচ তেতিয়া কলেজ খুলিবলৈ কেইবাদিনো বাকী। আনৰ কথা নালাগে মায়ো মোৰ মুখলৈ চাই এষাৰ মাত নিদিলে।"

বুঢ়াই আঙুলিৰ আগেৰে টেবুলখন আঁচুৰিবলৈ ধৰিলে। তেওঁৰ মাতটো একেবাৰে সৰু হৈ গৈছিল।

"এইটো বহুত দিনৰ আগৰকথা। তাৰ পাছত মই আৰু ঘৰলৈ যোৱা নাই। দেউতা ঢুকাল, মই দেখা নাপালো; মা ঢুকাল,— বহুত দিনৰ মূৰত মই খবৰ পালো—।"

টেবুলত কপালখন থৈ হাত দুখনেৰে যতীন বুঢ়াই গাল দুখন আবৰি ধৰিলে। তেওঁৰ পিঠিখন লৰি-লৰি উঠিল।

গিৰীশে হাত এখন যতীন বুঢ়াৰ ফালে আগবঢ়ালে; কোষেশ্বৰে হাতখন ধৰি গুভোতাই আনি ক'লে, "কান্দক দে।"

পিয়লাৰ চাহবোৰ চেঁচা হৈ গৈছিল। চাহৰ ওপৰত একোখন পাতলা চামনি পৰিছিল।

---

গুৱাহাটী। ১৯৫৬ চন।